Presented to
Girija Das
on his happy wedding.

Jogendra Chandra
Goswami.

শ্ৰদ্ধাৰে শ্ৰীযুত নীলমণি ফুকনক দিলোঁ।

# নিবেদন

এই গল্পকেইটা আগতে কেইবাখনো কাকতত ওলাই গৈছে। প্ৰথমতে দিয়া ৪টা গল্প ১৯৬৪ চনত লিখা। বাকীবিলাক তাৰ আগতেই লিখা, এটা অন্ততঃ ৪০ বছৰৰো আগেয়ে। গল্পকেইটা ৰাইজৰ আগলৈ কিতাপৰ আকাৰেৰে উলিওৱা বাবে শ্ৰীবংশীধৰ শৰ্ম্মাৰ শলাগ লৈছোঁ।

১৫ এপ্ৰিল, ১৯৬৫

শ্ৰীলক্ষ্মীনাথ ফুকন

## সূচী

# আশাত উৎফুল্ল প্ৰাণ

॥ ১ ॥

মেডিকেল কলেজ আস্পতালৰ তৃতীয় মহলৰ পাঁচনম্বৰী কুঠৰীটোৰ খিৰিকীখনৰ পৰা আগলৈ চাই পঠিয়ালে দেখা যায় ব্ৰহ্মপুত্ৰৰ ধীৰ-স্থিৰ বহল পানীধাৰি আৰু তাৰ সিফালে দূৰত বালিৰ ওপৰেদি জিলিকি উঠা মন্দিৰ আৰু গছ-গছনিৰে আবৰা পাহাৰ এশ্ৰেণী।

জয়শ্ৰীয়ে চকীখন খিৰিকীখনৰ ওচৰলৈ টানি নি তাতে বহি বাহিৰৰ এই মনোমুগ্ধকৰ দৃশ্য চাই থাকিল। যিমানে চালে সিমানে জয়শ্ৰী অভিভূত হৈ গল। পুৱাৰ কোমলতাৰে দশোদিশ পৰিপূৰ্ণ। কিবা এটা কোমল এলাহৰ ভাবত শিলেৰে বন্ধোৱা ট্ৰেণ্ড ৰ'ডটো বিভোৰ। ব্যস্ততা এতিয়াও উছলি উঠা নাই।

আজিৰ পুৱাটো জয়শ্ৰীৰ বৰ ভাল লাগিছে। জয়শ্ৰীয়ে গাটোও আজি ভাল পাইছে আন দিনাতকৈ। মনটোও আজি জয়শ্ৰীৰ আগতকৈ বেছি উৎফুল্ল। কালি প্ৰণৱেশ্বৰে তাইক খবৰটো দিলেহি। যিটো খবৰৰ কাৰণে জয়শ্ৰী ইমান উচপিচাই আছিল, যিটো খবৰৰ লগত জয়শ্ৰীৰ জীৱন-মৰণৰ সম্পৰ্ক, যিটো খবৰ ইমান দিনে নেপাই জয়শ্ৰীৰ উৎকণ্ঠাৰ সীমা নাছিল, সেই পৰম সুখৰ খবৰটো কালি পালে জয়শ্ৰীয়ে। তাই পাব বুলি ভবাই নাছিল। আনন্দত ৰাতি জয়শ্ৰীৰ ভালকৈ টোপনিকে নাহিল। টোপনি ভালকৈ নাহিলেও জয়শ্ৰী আজি সুস্থ, ইমান সুস্থ তাই আগতে কোনো দিনে অনুভৱ কৰা নাই।

বাওঁ ফালে তলত দুফালে দুটা টিনৰ ঘৰৰ মাজত এডুখৰি নিমজ ঘাঁহনি। ওপৰৰ পৰা সেউজীয়া দলিচাখন যেন দেখি। ঘাঁহনিখনৰ ওপৰেদি লৰা-ছোৱালী এমখা আহিছে। ছোৱালী কেইজনীৰ ভিতৰত দুজনী গাভৰু, গাভৰু নহলেও পাটগাভৰু। শাৰী পিন্ধি আহিছে দুয়োজনীয়ে, নাকৰ ফুল দূৰৰ পৰাই বঢ়িয়াকৈ জিলিকিছে, পিঠিত ওলমিছে এডলীয়া বেণী। নিশ্চয় মাৰোৱাৰী ছোৱালী। আহি আহি সিহঁত সেয়া সেইখিনিতে বহিল। বহি সিহঁতে কৰিছে কি? দুবৰি বন চিঙিছে দেখোন! হাতে হাতে এমুঠিকৈ দুবৰি বন লৈ সিহঁত যিপিনৰ পৰা আহিছিল সেইপিনেই উলটি গল।

আশাৰ প্ৰতীক এই লৰা-ছোৱালীবিলাকৰ কি মধুৰ ভাব কি মধুৰ ভঙ্গী! জয়শ্ৰীয়ে সিহঁত যোৱালৈ চাই থাকিল। সিহঁতে দুবৰি বনবোৰ যে নিছে, তাৰে কি কৰিবগৈ? নিশ্চয় সিহঁতে শহা-পহু পুহিছে, সেইদেখিয়েই দুবৰি বন গোটাবৰ কাৰণে পুৱাতে সিহঁতৰ এই অভিযান। এতিয়া সেই ছোৱালী দুজনীয়ে শহা-পহুক দুবৰি বন খুৱাবগৈ, মৰম কৰিবগৈ। জয়শ্ৰীৰ মনত হল এনেকৈয়ে কণ্ব মুনিৰ আশ্ৰমত শকুন্তলায়ো হৰিণীজনীক আলফুলকৈ ঘাঁহ খুৱাইছিল আৰু কণ্ব মুনিৰ আশ্ৰমতে শকুন্তলাই দুষ্মন্তক আৰু দুষ্মন্তই শকুন্তলাক মন-প্ৰাণ বিলাই দিছিল যেনেকৈ কালি বিলাই দিছিল জয়শ্ৰীয়ে প্ৰণৱেশ্বৰক আৰু প্ৰণৱেশ্বৰে জয়শ্ৰীক।

খিৰিকীখনৰ তলতে কাউৰী কেইজনীমানে কেলকেলাই আছিল। জয়শ্ৰীয়ে তিনিটা বিস্কুট টিনৰ পৰা উলিয়াই আনি ভাঙি ভাঙি সিহঁতলৈ এডোখৰ এডোখৰকৈ দলিয়াই দিলে। বিস্কুট এডোখৰ মাটিত পৰা মাত্ৰকে কাউৰী আহি ঠোঁটেৰে কামুৰি বিস্কুটডোখৰ লৈ তাতে অলপ আঁতৰ হয় আৰু ভৰিৰে মাটিত গৰকা মাৰি ধৰি অকণ অকণ কৈ চিকুটি খায়। বিস্কুট খাবলৈ পাই কাউৰী কেইজনীৰ যিমান ৰং সিহঁতক বিস্কুট খাবলৈ দি জয়শ্ৰীৰ ৰং তাতকৈ বেছি।



## ॥ ২ ॥

আজি কেতিয়া প্ৰণৱেশ্বৰ ওলাইহি। মনৰ উগুল-থুগুলনিত কালি জয়শ্ৰীয়ে প্ৰণৱেশ্বৰক সুধিবলৈকে পাহৰিলে কেতিয়া সি আহিব, পুৱা নে আবেলি। তাই আস্পতাললৈ আহিবৰ দিন ধৰি প্ৰণৱেশ্বৰ তাইৰ ওচৰলৈ আহিয়েই আছে, আজিও নিশ্চয় আহিব। আজি প্ৰণৱেশ্বৰক আৰু ভাল লাগিব জয়শ্ৰীৰ। প্ৰণৱেশ্বৰক সদায়েই জয়শ্ৰীৰ ভাল লাগি আহিছে, সেই তেতিয়াৰে পৰা যেতিয়াৰে পৰা তাই বুজিলে প্ৰণৱেশ্বৰে তাইলৈ চাওঁতে তাৰ চকুত প্ৰকাশ পায় এক নতুন দীপ্তি আৰু তাইৰ লগত কথা কওঁতে তাৰ মুখত উজলি উঠে লাজ-সঙ্কোচ-আনন্দ-আকুলতাৰে মিহলি এক অপূৰ্ব্ব শ্ৰী।

তেজপুৰৰ পেহীয়েকৰ ঘৰলৈ গৈছিল জয়শ্ৰী। তাতেইতো এই পৰ্ব্বৰ সূত্ৰপাত। এনে দুষ্ট সচাঁকৈয়ে প্ৰণৱটো। তাইক সেই দিনা সেইখিনিত তেনেকৈ অকলশৰে পায়েই প্ৰণৱেশ্বৰে তাইক সাৱটি ধৰিলে। চেগ বিচাৰি ফুৰিছিল সি নিশ্চয়। কিন্তু তায়ে বা শপত খাই কব পাৰেনে তায়ে তাক সেই চেগ উলিয়াই দিয়া নাছিল? সাৱটি ধৰিব খোজোঁতে তাই তাক বাধা নিদিলে কেলেই? তাই উচাট মাৰি গুচি নগল কেলেই সেইখিনিৰ পৰা? জয়শ্ৰীয়ে প্ৰণৱেশ্বৰক অন্ততঃ নকলে কেলেই, "এইবোৰ বেয়া কথা একা, মই পেহীদেউক কৈ দিম?" কিন্তু তাই মুখেৰে মাতিবই নোৱাৰিলে। জয়শ্ৰীৰ মুখৰ মাত হৰিল, তাইৰ গাল মুখ তপত উশাহত গৰম হৈ উঠিল।

দুদিনমানলৈ জয়শ্ৰীয়ে প্ৰণৱেশ্বৰৰ পিনে ভালকৈ চাবই নোৱাৰিলে। কিন্তু তালৈ চাব নোৱাৰিলেও তাইৰ বৰ মন গৈছিল প্ৰণৱেশ্বৰৰ ওচৰতে থাকিবলৈ, তাৰ কাষে কাষে তাৰ ছাঁটোৰ দৰে ঘূৰি ফুৰিবলৈ। পেহাকৰ মোমায়েকৰ পুতেক প্ৰণৱেশ্বৰ। তেওঁলোকৰ ঘৰৰ পৰা দুমাইলমান দূৰত সিহঁতৰ ঘৰ হলেও দুয়ো ঘৰৰ ভিতৰত আহ-যাহ আছিল আগৰে পৰা। প্ৰণৱেশ্বৰ প্ৰায় সদায়েই আহে,

এতিয়া অহা আৰু বেছি হল। মোহন-মদিৰা-সনা দিন কেইটা কেনেকৈ যে পাৰ হৈ গল জয়শ্ৰীয়ে কবই নোৱাৰিলে; কলেজ খোলাৰ আগে আগে তাই গুৱাহাটীলৈ ঘূৰি আহিব লগাত পৰিল। দিনবোৰ জয়শ্ৰীৰ এতিয়া নেযায় নুপুৱাই যেন লাগিল। কিন্তু বিধি তাইৰ প্ৰতি প্ৰসন্ন। কেই মাহমানৰ পিছতে প্ৰণৱেশ্বৰে কলেজৰ লেকচাৰাৰ হৈ গুৱাহাটী পালেহি। তেজপুৰত বেল-বোধন হৈছিল গুৱাহাটীত প্ৰতিমাৰ প্ৰাণ-প্ৰতিষ্ঠা হল।

ডেকা-ডেকেৰীৰ মন বুঢ়া মানুহে বুজিও অনেক সময়ত নুবুজা হয়। হেঙাৰ তৰিলে প্ৰণৱেশ্বৰৰ দেউতাকে। আৰ্জি তেওঁলৈ ঠিক মতেই গৈছিল, সেই আৰ্জি তেওঁ নামঞ্জুৰ কৰিলে। তেওঁৰ মতে প্ৰণৱেশ্বৰৰ নিচিনা বুদ্ধিমান আৰু গুণী লৰা হেজাৰৰ ভিতৰত এটা ওলায় নে নোলায় সন্দেহ; কেনেকৈ যে এম-এত প্ৰথম শ্ৰেণীৰ সলনি সি দ্বিতীয় শ্ৰেণী পালে তেওঁ ভাবি নেপায়; হয় পৰীক্ষকৰ কিবা ভুল হল, নতুবা পৰীক্ষকে তাক কৰেঁা বুলিয়েই হিংসা কৰিলে; সি এতিয়া কলেজৰ লেকচাৰাৰ হৈছে হওক বাৰু, কিন্তু সি লেকচাৰাৰ হৈ থাকিব নোৱাৰিব, সি দিব লাগিব আই-এ-এচ পৰীক্ষা। দেউতাকে ইতিমধ্যে সপোন দেখিবলৈ আৰম্ভ কৰিছেই—প্ৰণৱেশ্বৰে আই-এ-এচ পাছ কৰি দায়িত্বপূৰ্ণ পদ লব আৰু তাৰ পিছত ৰাজকন্যাৰে সৈতে অৰ্দ্ধৰাজ্যৰ অধিকাৰী হব। তেনে ছোৱালীলৈ তেওঁ চকু দি থৈছে, সময় হলেই প্ৰস্তাৱ পঠাব। প্ৰস্তাৱ নো তেওঁ পঠাব লাগিছে কেলেই? আই-এ-এচ মাথোন সি হওক, প্ৰস্তাৱ সিফালৰ পৰাই আহিব নহয়। প্ৰণৱেশ্বৰৰ দেউতাকে ভাবে আৰু মিচিক্‌মিচিক্‌কৈ হাঁহে।

প্ৰাণৰ আবেগ ঢালি প্ৰণৱেশ্বৰে মাকলৈ লিখিছিল, "জয়শ্ৰীক বিয়া কৰিবলৈ নেপালে মোৰ জীৱন একে বাৰে মৰুভূমি হৈ যাব।" মাকে দেউতাকক কলত তেওঁ বিদ্ৰূপৰ সুৰত কলে, "জীৱন মৰুভূমি হৈ যাব! আই-এ-এচ হব নোৱাৰিলেহে জীৱন মৰুভূমি হৈ যাব।



জয়শ্ৰী বা মঞ্জুশ্ৰী কোনোজনীকে বিয়া কৰাব নোৱাৰিলে জীৱন মৰুভূমি হৈ নেযায়, ৰাজকন্যা বিয়া কৰাবলৈ নেপালেও নেযায়।" ইয়াৰ পিচতো মাকে পুতেকৰ হৈ ওকালতি কৰিব খোজাত তেওঁ আদেশৰ সুৰত কলে, "তুমি তালৈ লিখি পঠোৱাঁ। জয়শ্ৰী-মঞ্জুশ্ৰীৰ চিন্তা এৰি সি আই-এ-এচ পৰীক্ষাটো পাছ কৰিবৰ কাৰণে লাগি যাওক; আগতে আই-এ-এচ পাছ, তাৰ পিচতহে বিয়াৰ ব্যৱস্থা।"

দেউতাকৰ আদেশ মাকৰ চিঠিত পাই প্ৰণৱেশ্বৰৰ মন বিদ্ৰোহী হৈ উঠিল। প্ৰণৱেশ্বৰে জয়শ্ৰীক বুকুৰ মাজলে টানি নি কি কৈছিল তাইৰ বঢ়িয়াকৈ মনত আছে। প্ৰণৱেশ্বৰে কৈছিল, "আই-এ-এচ পৰীক্ষা দিব লাগে! নিদিওঁ মই আই-এ-এচ পৰীক্ষা, তুমি একো ভয় নকৰিবা জয়শ্ৰী। মই তোমাকেই বিয়া কৰাম, কৰাম বুলিছোঁ যেতিয়া কৰাম। দেউতাই মানা কৰিলেও কৰাম। দৰকাৰ যেন দেখিলে ইয়াৰ পৰা কৰবালৈ গুচি যাম, কলিকতা, দিল্লী বা বোম্বাইলৈ, তাতে দুয়ো ঘৰ পাতিমগৈ।"

প্ৰণৱেশ্বৰৰ মনৰ উত্তাপ শুনি আৰু বুকুৰ উত্তাপ বুজি জয়শ্ৰী অভিভূত হৈ পৰিছিল।

॥ ৩ ॥

খাছিয়ানী নাৰ্চজনীয়ে তাইতকৈ বয়সীয়া ৰিহা-মেখেলা পিন্ধা আয়াজনীৰে লগ লাগি বিছনাখন জাৰি-জোকাৰি বঢ়িয়াকৈ পাৰি দি গ'ল। জয়শ্ৰীয়ে চকীখনৰ পৰা আহি বিছনাখনত দীঘল দিলে, হাত-ভৰি মেলি দুই মিনিটমান পৰি ৰল, তাৰ পিচত গাৰু এটা বুকুত সাৱটি লৈ মূৰটো একাটি কৰি চকু দুটা মুদি দিলে।

জয়শ্ৰীৰ মুদা চকু আকৌ মেলে খালে। বিছনাৰ পৰা ঘপ্‌ কৰে জয়শ্ৰী উঠিল, উঠি খোপাটো টানকৈ বান্ধিলে, বান্ধি আকৌ খুলিলে খুলি ফণিখন লৈ চুলিখিনি ফণিয়ালে, আৰু ঘৰৰ পৰা লৈ অহা সৰু আইনাখনত মুখখন চালে। গাল দুখন তাই লাহেকৈ পিটিকিলে;

গাল দুখন এতিয়াও আগৰ দৰেই কোমল, কিন্তু গাল দুখনৰ ৰং এতিয়াও আগৰ দৰে হোৱা নাই, যদিও শেঁতা আগতকৈ বহুত কমিছে। কেই দিনমানৰ মূৰতে তাই আগৰ দৰে ঠন ধৰি উঠিব বুলি জয়শ্ৰীৰ বিশ্বাস হল।

বেমাৰে বৰ ভোগালে জয়শ্ৰীক। যিহে চেহেৰা হৈছিল তাইৰ জন্দিচত ভুগি। প্ৰণৱেশ্বৰেই তো দিহা-পৰামৰ্শ দি তাইক আস্পতাললৈ অনালে। ঘৰত থকা হলে ইমান সোনকালে তাইৰ ইমানখিনি উন্নতি কেতিয়াও নহলহেতেন। সিদিনাখন ডাক্তৰ গোস্বামীয়ে প্ৰণৱেশ্বৰক কোৱা তাই নিজেই শুনিছে, "আপুনি বৰ ভাল কৰিলে আস্পতাললৈ আনি, আনোতে দেৰি কৰা হলে ভাল হওঁতেও দেৰি হলহেতেন। এতিয়া একো ভাবিবলগীয়া নাই। কেইদিনমানতে মিচেচ দুৱৰা একেবাৰে সুস্থ-সবল হৈ উঠিব।"

প্ৰণৱেশ্বৰে ডাক্তৰ গোস্বামীক শুধৰাই দিলে, "মিচেচ দুৱৰা নহয়, মিচ ফুকন।"

ডাক্তৰ গোস্বামী আৰু প্ৰণৱেশ্বৰে হবলা ভাবিছিল জয়শ্ৰীয়ে একো শুনা নাই বুলি। জয়শ্ৰী বিছনাত পৰি আছিল চকু মুদি আৰু তেওঁলোকে তাই টোপনি গৈছে বুলি ভাবি লাহে লাহে বাৰান্দাত কথা পাতিছিল।

ডাক্তৰ গোস্বামীয়ে কলে, "এতিয়া মিচ ফুকন হলেও, মিচেচ দুৱৰা হবলৈ আৰু বেছি দিন নাই, কি বোলে?"

শুনি জয়শ্ৰীয়ে চকু দুটা মেলি আকৌ মুদি দিছিল আৰু কাণ দুখন আৰু সজাগ কৰি ৰাখিছিল উত্তৰত প্ৰণৱেশ্বৰে কি কয় শুনিবলৈ। কিন্তু প্ৰণৱেশ্বৰে একো নকলে। একো নকলেও প্ৰণৱেশ্বৰে অনেক কলে চকু আৰু মুখেৰে হাঁহি। ডাক্তৰ গোস্বামী কলে, "হাত দিয়ক।" দুয়ো যে সেইখিনিতে দুয়োৰে হাত জোকাৰিলে জয়শ্ৰীয়ে বিছনাৰ পৰাই বুজিলে। যাওঁতে ডাক্তৰ গোস্বামীয়ে প্ৰণৱেশ্বৰক কৈ গল, "বিয়ালৈ নিমন্ত্ৰণ কৰিবলৈ নেপাহৰিব।"

"কিয় পাহৰিম? কেতিয়াও নেপাহৰোঁ।"

জ্যোতিৰ্ম্ময় সোমাই আহিল। ঘৰৰ পৰা সি টিফিন কেৰিয়াৰত বায়েকলৈ ভাত লৈ আহিছিল। ভায়েকক দেখি হে জয়শ্ৰীৰ হুঁচ আহিল, আৰু বুজিলে যে বেলি বহুত হল। এতিয়ালৈকে যেতিয়া প্ৰণৱেশ্বৰ নাহিল, এই বেলা আৰু অহাৰ আশা নাই। পুৱা আহিলে ইয়াৰ আগতে প্ৰণৱেশ্বৰ আহে আৰু নিজে আগত থাকি তাইক ভাত খুৱায়। ঘিউ মচলা নথকা মাংস বা মাছৰ আঞ্জা তাই খাবলৈ জুতি নেপালেও প্ৰণৱেশ্বৰৰ নেৰানেপেৰাণিতে তাই খাব লগাত পৰে। প্ৰণৱেশ্বৰে কয়, "গাটো ভাল কৰি নললে মোৰ লগত পলাই যাবা কেনেকৈ? খাই-বৈ গাটো টঙাই লোৱাঁ।" জয়শ্ৰীয়ে খাবলৈ আৰু একো আপত্তি নকৰে।

খাবলৈ কবলৈ প্ৰণৱেশ্বৰ নথকাত আজি জয়শ্ৰীৰ ভালকৈ খোৱাই নহল। ভায়েকে কলে, "চেলেংপেটেংখন কৰিছ কিয়, ভালকৈ নেখাৱ কেলেই?" কিন্তু ভায়েকৰ কথাই তাইৰ কাণত মৌ নবৰষিলে। এষাৰ কথা এজনে কলে যিনান ভাল লাগে তেনেষাৰ কথাকে আন এজনে কলে সিমান ভাল নেলাগে, মানুহ ভেদে কথাৰ সোৱাদো কমে, মূল্যও কমে। জ্যোতিৰ্ম্ময়েও বুজে তাৰ কথালৈ জয়শ্ৰীয়ে বৰ কাণসাৰ নিদিয়ে, তথাপি সি নোকোৱাকৈ থাকিব নোৱাৰিলে।

"সাদ নাই সোৱাদ নাই, এইবোৰ খাব লাগে! নেখাওঁ যা।"

কুঠৰীটোৰ পৰা ওলাব খুজিয়েই জ্যোতিৰ্ম্ময়ে থমকি ৰৈ বায়েকক কলে, "তোক কবলৈ পাহৰিছিলোঁৱেই। প্ৰণৱ দাদা আজি পুৱাতে উত্তৰ গুৱাহাটীলৈ গৈছে বায়েকৰ ঘৰলৈ। তোক কবলৈ কৈ গৈছে। আজি বোলে ঘূৰিব নোৱাৰিবও পাৰে। কিন্তু কাইলৈ জৰুল ঘূৰি আহিব, পাৰিলে পুৱাই, নোৱাৰিলে আবেলি।"

"মৰিবলৈ যোৱাটো, তাকে নো আগতে নকৈছিলি কিয়?"— জয়শ্ৰীৰ মনৰ কথাষাৰ অপ্ৰকাশ থাকি গল।

॥ ৪ ॥

আগ দিনাৰ কথাবিলাক জয়শ্ৰীৰ বাৰে বাৰে মনত পৰিবলৈ ধৰিলে। ইমান ফূৰ্ত্তি প্ৰণৱেশ্বৰৰ তাই বহুত দিন দেখাই নাছিল। তাৰ চকু-মুখত জিলিকি উঠিছিল পশ্চিম আকাশৰ সেন্দুৰীয়া পোহৰৰ ৰেঙনি।

জয়শ্ৰীয়ে প্ৰণৱেশ্বৰক সুধিলে, "আজি দেখোন বৰ ফূৰ্ত্তি। কাৰণটো কি?"

"ফূৰ্ত্তি হবৰ কথাই। ভাল খবৰ এটা পাইছোঁ।"

"কি ভাল খবৰ?"

"কোৱাঁচোন বাৰু কি ভাল খবৰ। কব পৰাঁ নে নোৱাৰাঁ মই চাওঁ।"

জয়শ্ৰীয়ে বাওঁ গালখনত বাওঁহাতৰ তলুৱাখন থৈ বুঢ়া আঙুলীটোৰে থুতৰিটো চেপি ধৰি চকু দুটা ঘোপা কৰি অলপ ভবা যেন দেখুৱাই কলে, "তুমি দিল্লীলৈ সেই ভাল কামটোৰ কাৰণে দৰ্খাস্ত কৰিছিলা তাৰ খবৰ। তোমাক কাম কৰিবলৈ মাতি পঠাইছে? ভালেই হব, দিল্লীত থাকিবলৈ ভালকে পাম মই।"

"তুমি মোক হুঁহুৱালা হে। কামৰ খবৰ নহয়। তাতোকৈ ভাল খবৰ। কোৱাঁ, আকৌ এবাৰ চেষ্টা কৰি চোৱাঁ।"

জয়শ্ৰীয়ে আকৌ ভাবিলে। কুঠৰীটোতে এখুজি-দুখুজিকৈ ইফালৰ পৰা সিফালে আৰু সিফালৰ পৰা ইফালে তাই ঘূৰাঘূৰি কৰিবলৈ ধৰিলে। দুবাৰমান ঘূৰাঘূৰি কৰি বেণীডালৰ আগটোৰে তাই চকীখনত তাইৰ ৰেহ-ৰূপ চাই বহি থকা প্ৰণৱেশ্বৰৰ গালত লিংলিঙাই দিলে। ৰাংঢালি অসমীয়া নাৰ্চজনীয়ে পৰ্দ্দাখন দাঙিয়েই সোমাব খুজি নোসোমাই জিভাখন লাহেকৈ দাঁতেৰে কামুৰি তাৰ পৰা আঁতৰ হল।

প্ৰণৱেশ্বৰৰ মুখলৈ চাই জয়শ্ৰীয়ে সুধিলে, "কামৰ খবৰ নহয় যদি আৰু কি ভাল খবৰ? গল্প, উপন্যাস, কবিতা বা আন কোনো



ধৰণৰ কিতাপ এখনো তুমি লিখা নাই যে সাহিত্য একাডেমীৰ পৰা তোমাক পুৰস্কাৰ দিব; গৱৰ্ণমেণ্টৰ শুভদৃষ্টিও তোমাৰ ওপৰত পৰা নাই যে তুমি পদ্মশ্ৰী বা পদ্মভূষণ হবা।"

"পদ্মভূষণ নহলেও জয়শ্ৰীভূষণ হব পাৰোঁ তো? জয়শ্ৰীভূষণেই হৈছোঁ মই।"

"মই তোমাৰ তেনেবোৰ পাক-লগা কথা নুবুজোঁ। দেও হে, মোক বুজাই কোৱাঁ।"

প্ৰণৱেশ্বৰে জয়শ্ৰীৰ গালত লাহেকৈ টোকৰ এটা মাৰি কলে, "আজি মাৰ পৰা চিঠি পাইছোঁ। দীঘলীয়া চিঠি।"

"মাৰ চিঠি। চাওঁ কোনখন। কি লিখিছে মাই চিঠিত?"

প্ৰণৱেশ্বৰে জেপতে চিঠিখন লিৰিকিবিদাৰি থাকিল, উলিয়াই নানিলে। সি কৈ গল, "মাই বহুত কথাই লিখিছে। টাউনৰ ওচৰত থকা আমাৰ মাটি কেই বিঘামান গৱৰ্ণমেণ্টে লৈছে, তাৰ দাম অলপতে পাইছে নব্বৈ হেজাৰ টকা, নতুনকৈ ঘৰ এটা সজাব খুজিছে। ভনীজনীৰ লৰা এটা হৈছে, এইটোৱেই প্ৰথম সন্তান, আমাৰ ঘৰতে এতিয়া মাক-পুতেক ভালেৰেই আছে। দেউতাই মোক পঢ়িবৰ কাৰণে বিলাতলৈ পঠোৱাৰ কথা ভাবিছে, কিন্তু একেবাৰে বোলে বিয়া কৰি তিৰোতা লগত লৈ যাব লাগিব। ডঙুৰা হৈ তালৈ যোৱাটো বোলে ভয়ৰ কথা। বিয়া কৰি ইয়াত লৰা-তিৰোতা এৰি বিলাতলৈ গৈ ডেকা ডাক্তৰ এজনে যে বিলাতত গিৰীয়েকে এৰা কোনোবা তিৰোতা এজনীক বিয়া কৰালে তাকো মাই চিঠিত লিখিছে।"

জয়শ্ৰীয়ে ঘপ্ কৰে মাত লগালে, "যক তেনেহলে বিলাতলৈ বিয়া কৰাই লগত তিৰোতা লৈ। ছোৱালী ঠিক হৈছেই চাগে।"

"ওঁ, ছোৱালী ঠিক হৈ গৈছে।"

"যক তেনেহলে বিয়া কৰকগৈ। মোৰ ওচৰলৈ আকৌ আহিছে কিয়?"

"তোমাৰ ওচৰলৈ নাহি কাৰ ওচৰলৈ যাম ?"

"বিয়া ঠিক হোৱা ছোৱালীৰ ওচৰলৈ ।"

প্ৰণৱেশ্বৰে সোঁওহাতৰ আঙুলী কেইটা জয়শ্ৰীৰ আঙুলী কেইটাৰ ফাঁকে ফাঁকে সুমুৱাই মুঠি মাৰি ধৰি কলে, "বিয়া ঠিক হোৱা ছোৱালীৰ ওচৰলৈকেতো আহিছোঁ। মাই লিখিছে, দেউতা ৰাজী হৈছে। এতিয়া আৰু একো চিন্তা নাই ।"

"কেনেকৈ ৰাজী হল দেউতা ? আগতে দেখোন একেবাৰে নুই-নাই কৰিছিল ।"

প্ৰণৱেশ্বৰে জেপৰ পৰা উলিয়াই মাকৰ চিঠিখন জয়শ্ৰীৰ হাতত দিলে, দি কলে, "এইখন পঢ়ি চোৱাঁ। পঢ়িলেই বুজিবা মাই কিদৰে কেনেকৈ দেউতাৰ মতি-গতি সলালে। বুজিছা জয়শ্ৰী মাকে পুতেকৰ কাৰণে কৰিব নোৱাৰা কাম একো নাই ।"

॥ ৫ ॥

সেই দিনা প্ৰণৱেশ্বৰ নাহে, ভায়েকে জয়শ্ৰীক কৈ গৈছেই। জয়শ্ৰীয়ে ঘৰৰ পৰা লৈ অহা উপন্যাসখন পঢ়িবলৈ বুলি মেলি ললে। এই কেইদিনতে উপন্যাসখন পঢ়া শেষ হব লাগিছিল, কিন্তু জয়শ্ৰীয়ে আধাখিনিতকৈ আগ বাঢ়িব পৰা নাই। পাৰিব নো কেনেকৈ ? জয়শ্ৰীৰ চকু কিতাপৰ পাতত থাকিলেও মন কোনোবা সপোনপুৰীত বিচৰণ কৰি ফুৰেগৈ ।

চিঠিত মাকে প্ৰণৱেশ্বৰলৈ লিখিছে ঘৰটো সজা দুমাহমানৰ ভিতৰতে শেষ হব, আৰু ঘৰটো ওলালেই বিয়া পাতিব। এতিয়া চত মাহ, তেনেহলে জেঠ মাহত নহলেও আহাৰ মাহত বিয়া হবই। জেঠ মাহত নহৈ আহাৰ মাহত হোৱাই ভাল। আহাৰ মাহটোত মাদকতা আছে। নহলে নো কালিদাসে "মেঘদূত" আৰম্ভ কৰিব কিয় "আষাঢ়স্য প্ৰথম দিবসে" বুলি ? বাৰিষাৰ বতৰ, বৰষুণ হব কিজানি ভালকৈয়ে। হলেও হব, সেই বুলি বিয়া নহৈ থাকিব নে ?



প্ৰণৱেশ্বৰৰ লগত এই কেইমাহৰ ভিতৰতে কিমান হৰিল-গৰিল হৈ পৰিছে জয়শ্ৰী, কিমান আলাপ-আলোচনা কৰিছে ৰং-ধেমালি। ইমানখিনি নোহোৱা হলেই ভাল আছিল নে কি ? প্ৰণৱেশ্বৰ যদি একেবাৰে আচহুৱা হলহেতেন তেনেহলে তাক বিয়া কৰিবলৈ বাৰু কেনে লাগিলহেতেন ? এতিয়াতকৈ বেছি ভাল লাগিলহেতেন নে, কম ভাল লাগিলহেতেন ? এটা কথা ঠিক, প্ৰণৱেশ্বৰলৈ তেতিয়া বৰ লাজ লাগিলহেতেন তাইৰ। এতিয়াও প্ৰণৱেশ্বৰলৈ তাইৰ লাজেই লাগিব প্ৰথম ৰাতি। প্ৰণৱেশ্বৰ যেন তাইৰ কাষতে আছে, এনে ভাবেৰেই তাই সোঁও-হাতটোৰ তলুৱাৰে চকু দুটা ঢাকি ধৰিলে।

বিয়াৰ পিচতে মধু-চন্দ্ৰ যাপন কৰিবলৈ সিহঁত কৰবালৈ যাবগৈ। কলৈ যাব বাৰু ? কলিকতা, দিল্লী, বোম্বাই, মাদ্ৰাজ ? নাই দাৰ্জিলিং, নৈনীতাল, চিমলা, কাশ্মীৰ ? কাশ্মীৰলৈ যোৱাই আটাইতকৈ ভাল হব। যাওঁতে এদিনলৈ হলেও আগ্ৰাত সোমাই চাই যাব লাগিব তাজমহল। মনৰ ফূৰ্ত্তিতে জয়শ্ৰীয়ে গালে, "এক বিন্দু নয়নেৰ জল, শুভ্ৰ সমুজ্জ্বল, হে তাজমহল ।" সম্ৰাজ্ঞী মমতাজৰ প্ৰতি সম্ৰাট চাহজাহানৰ গভীৰ প্ৰেমৰ নিদৰ্শন এই তাজমহল। অকল সেয়ে জানো ? তাজমহল মোগল সম্ৰাটৰ সৌন্দৰ্য্যলিপ্সা, ঐশ্বৰ্য্য-বিভূতি, আত্ম-গৰিমাৰ জ্বলন্ত প্ৰতীক। তাজমহলৰ গাতে আউজি সিহঁতে এখন ফটো তোলাব, আৰু এখন ফটো তোলাব লাগিব তাজমহলৰ কাষতে ঘাঁহনিখনত দুয়ো বহি, জয়শ্ৰী বহি আৰু প্ৰণৱেশ্বৰে জয়শ্ৰীৰ কোলাতে মূৰটো থৈ শুই ।

কিন্তু অকল তাজমহল চায়েই জয়শ্ৰীৰ কেতিয়াও হেঁপাহ নপলায়। অজন্তালৈ যাব লাগিব। অজন্তা নেচালেই নহব, সকলো চোৱাৰে সাৰ্থক হব অজন্তা চালে হে। জয়শ্ৰীৰ মনত পৰিল প্ৰণৱেশ্বৰে সিদিনা কৈছিল কোনোবা এজন ইংৰাজ মনীষীৰ মতে তাজমহলতকৈ অজন্তা হে বেছি চমকপ্ৰদ আৰু অতীত ভাৰতৰ কৃষ্টি আৰু সভ্যতাৰ অপূৰ্ব্ব নিদৰ্শন। মধুচন্দ্ৰৰ কাৰণে যাওঁতে যদি অজন্তালৈ যোৱা

নহয়, তেনেহলে পিছতে সিহঁত অজন্তালৈ এবাৰ যাব ; নিশ্চয় যাব, নোযোৱাকৈ কেতিয়াও নেথাকে। সিহঁত তো বিলাতলৈ যাবই। তেতিয়াই দুদিনমান হাতত ৰাখি অজন্তাত এবাৰ ভুমুকি মাৰি বোম্বাইত জাহাজত উঠিবগৈ। বিলাতত যদি কোনোবাই সিহঁতক সোধে অজন্তা দেখিছে নে নাই দেখা তেতিয়া নাই দেখা বুলি কবলৈ জয়শ্ৰীৰ বৰ লাজ লাগিব যে।

বিলাতত প্ৰণৱেশ্বৰে পঢ়ি নাম কৰি ডিগ্ৰী লৈ ঘূৰি আহিব। জয়শ্ৰীয়েও এনেয়ে তাত দিন নিনিয়ায়। তায়ো কিবা এটা কৰিব। কামকে কৰিব তাই। বিলাতত কাম পোৱা আমাৰ ইয়াতকৈ বোলে সহজ। কাম কৰাৰ লগে লগে কিবা এটা তাই পঢ়িবও। কিন্তু বেছি খাটনি তাইৰ পক্ষে সহ্য নহব। তাই যেই-সেই এটা হে কৰিব লাগিব, নাই কাম কৰা নাই পঢ়া। তাইৰ আৰু কাম ওলাব নহয়! নোলাব জানো? তাই অকণমানকৈ উলৰ চুৱেটাৰ এটা গুঠিব লাগিব, আৰু গুঠিব লাগিব অকণমানকৈ এযোৰ উলৰ মোজা। অকণমানি সোণৰ চেকুৰা যেন প্ৰাণী এটি আহিব নহয় সিহঁতৰ সংসাৰলৈ।

ওচৰতে বাহিৰত চৰাই এটাই কিৰিলিয়ালে ; কোনোবাই উৰুলি দিয়া যেন জয়শ্ৰীৰ লাগিল।

॥ ৬ ॥

আগ দিনাৰ দৰেই পিছ দিনা পুৱা জয়শ্ৰীয়ে খিৰিকীখনৰ ওচৰলৈ চকীখন টানি নি বহি বাহিৰলৈ চাই পঠিয়ালে। তাইৰ চকু গৈ কৰ্ম্মনাশাত পৰিলত তাই চকীখন অলপ ঘূৰাই ললে আৰু এইবাৰ চকু আনি অশ্বক্লান্ত মন্দিৰত থলেহি। কৃষ্ণই কুণ্ডিল নগৰৰ পৰা ৰুক্মিণীক হৰণ কৰি আনি এই পাহাৰৰ নামনিতে বোলে জিৰাইছিল আৰু সেইবাবেই এই অশ্বক্লান্ত নাম। কথাটো মনত পৰা মাত্ৰকে জয়শ্ৰীৰ ভাল লাগি গল।



খিৰিকীখনৰ ওপৰতে ঠাল-পাত নাইকিয়া শুকান খাজুৰী গছ এজোপা। গছজোপাৰ লঠঙা মূৰটোত বহি মহৰজীয়া আৰু নীল-বৰণীয়া পাখিৰ চৰাই এটাই ডিঙি মেলি মেলি ইফালে সিফালে চাই আছিল। কি চৰাই জয়শ্ৰীয়ে চিনি নেপালে। অলপ পিছতে একে বিধৰে আন এটা চৰাই আহি তাতে বহি ইটোৰ লগত যোৰ পাতিলেহি। সিহঁতৰ মৰমৰ বতাহ লাগি গছডালে হালিবলৈ ধৰিলে। এটা চৰাই উৰি লৰ মাৰিলে ; ইটোৱে সিটোৰ পিছ ললে।

জয়শ্ৰীয়ে হাত-ঘৰীটোলৈ চালে। দহ বাজি গলেই। প্ৰণৱেশ্বৰ ওলাবহি এতিয়া। কালি উত্তৰ গুৱাহাটীৰ পৰা ঘূৰা নাই যদি আজি পুৱাতে সি নিশ্চয় গুৱাহাটীলৈ ঘূৰি আহিল। বায়েকে চাগে কালি বৰকৈ ৰখালে, সেইদেখিয়েই আহিব নোৱাৰিলে। প্ৰণৱেশ্বৰৰ বৰ মৰমৰ বায়েক এই গৰাকী। বায়েকৰ আগত তাইৰ কথা প্ৰণৱেশ্বৰে উলিয়াব পায়। উলিয়াব পায় কিয়? নিশ্চয় উলিয়াইছে। বায়েকে চাগে সুধিছে, "ভাই-বোৱাৰীজনী দেখিবলৈ কেনে?" ভায়েকে কি উত্তৰ দিছে বাৰু? কৈছে নে, "মই আৰু যাকে তাকে পচন্দ কৰা বিধৰ মানুহ নে?" বায়েকে তথাপি সুধিছে, "কচোন বাৰু কেনেকুৱা, দেখিবলৈ কাৰ নিচিনা।" এইবাৰ প্ৰণৱেশ্বৰে কৈছে, "কেনেকুৱা—দেখিবলৈ পাবিয়েই নহয়, বিয়ালৈতো আৰু বেছি দিন নাই।"

দুৱাৰৰ পৰ্দ্দাখন জোকাৰ খালে। কিন্তু প্ৰণৱেশ্বৰ সোমাই নাহিল। সোমাই আহিল জয়শ্ৰীৰ মাক আৰু আন এগৰাকী বয়সীয়া তিৰোতা। জয়শ্ৰীয়ে ঘপ্ কৰে উঠি চকীখন তিৰোতা গৰাকীৰ ফালে আগ বঢ়াই দিলে।

মাকে সুধিলে, "অশোক শইকীয়াক চিনি পাৱ?"

"পাওঁ ; ই-এ-চি হোৱাৰ আগতে আমাৰ কলেজত কিছুদিন প্ৰফেচাৰ আছিল, আমাক বুৰঞ্জী পঢ়াইছিল।"

"এখেত অশোকৰ মাক। অশোকৰ দেউতাকো আহিছে।

দেউতাৰৰ লগত গল্প কৰিয়েই অন্ত পোৱা নাই। তাতে তুয়ো বোলে পুৰণি বন্ধু, ভালেমান বছৰৰ পিছত লগ পাইছে। তই এতিয়া ওলা আমাৰ লগতে। তোক নিবলৈকে আমি আহিছোঁ।"

অলপ আচৰিত হোৱা যেন হৈ জয়শ্ৰীয়ে সুধিলে, "কলৈ?"

"ঘৰলৈ।"

"তেনেকৈ যাওঁ বুলিলেই যাব নোৱাৰি নহয়। আস্পতালৰ পৰা দিচ্চাৰ্জ চাৰ্টিফিকেট লব লাগিব, টকা-পইচা আদায় কৰি দিব লাগিব, তেহে।"

"সেইবোৰ আমি ঠিক কৰি আহিছোঁ। তই এতিয়া ওলা। এখেতসকল আজি আবেলিকৈয়ে যাবগৈ। তাৰ আগতে তোক আঙঠি পিন্ধাই থৈ যাব খোজে। বিয়া বহাগ মাহৰ ভিতৰতে পাতিব; অশোকৰো সেয়ে ইচ্ছা।"

জয়শ্ৰীয়ে আকৌ এবাৰ বাহিৰলৈ চাই পঠিয়ালে। ধুমুহা-বতাহত নৈখন হেন্দুলিছে। সিপাৰৰ মন্দিৰ, পাহাৰ আৰু গছ-গছনি একো নেদেখি। নৈখন ওপৰলৈ উঠি গৈ যেন আকাশখনত লগ লাগিছে। যেন আকাশখন নামি আহি নৈখনত এক হৈ গৈছে। তলংভটং কৰি নাও এখন উজাই গৈছে, ধুমুহাৰ কোবত পৰি থৰযুগুতি হেরুৱা নাও। নাওখন যলৈ গৈছে সেইখিনি পাবগৈ নে, নাই বাটতে ৰব লাগিব, কোনে জানে?

১৯৬৪



## ভানুৰ জীয়েক ৰাণু

॥ ১ ॥

"ময়ো যাওঁ মা তহঁতৰ লগত চিনেমালৈ।"

"নেলাগে যাব তই। এইবোৰ ভাল ছবি নহয়, তই চাবলৈ যাব নেলাগে। ভাল ছবি আহিলে মই তোক নিজেই লৈ যাম নহয়।"

সাজ-পাৰ কৰি চকুত চচমাযোৰ পিন্ধি ভানুৱে জীয়েকক এৰি গিৰীয়েকক লগত লৈ প্ৰখ্যাত ইংৰাজী ছবি এখনৰ মেটিনী চাবলৈ গল বিস্নাত উঠি। ঘৰত থাকিল ৰাণু, ৰাণুৰ ককায়েক আৰু ভায়েক-ভনীয়েকহাল, আদহী নেপালীজনী আৰু নোদোকা এল্চেচিয়ান কুকুৰটো।

আগতে ৰাণুক লগত নোলোৱাকৈ ভানু চিনেমালৈ কেতিয়াবাহে গৈছিল। কিন্তু আজিকালি ভানুৱে চিনেমালৈ যাওঁতে জীয়েকক তেনেকৈ লগ নলয়।

ৰাণু এতিয়া গাভৰু হল আৰু ৰাণুৰ সতে যেই-সেই ছবি চোৱা তাইৰ পক্ষে উচিত নহয়। প্ৰায়বোৰ ছবিতে তো ডেকা-গাভৰুৰ প্ৰেমৰ উচ্ছাসেৰে পৰিপূৰ্ণ লয়লাস ভঙ্গী। তেনেবোৰ ছবি ভানুৱে ৰাণুক চাবলৈ দিব নোখোজে। নিৰমুহীয়া বিধৰ ছবি আহিলে জীয়েকক লৈ ভানু অৱশ্যে যায় চিনেমালৈ। কিন্তু তেনে ধৰণৰ ছবি বৰকৈ নাহে আৰু সেইদেখি জীয়েকক লৈ ভানুৰো ছবি চোৱা নহয় বৰকৈ!

জীয়েক ডাঙৰ হোৱাৰ পিছৰ পৰা ভানুৱে চিনেমালৈ যোৱা যে কমাই দিলেই, আগতকৈ ভানু বহুত গহীন হৈ গল। আগতে

প্ৰায়েই আগফালে বাৰাণ্ডাত চিলিঙত আধা বগোৰা হালধীয়া ফুলৰ লতাডালৰ আঁৰত বহি ভানুৱে আলিবাটেদি মানুহ অহা-যোৱা কৰা চাইছিল আৰু ধুনীয়া ডেকা দেখিলে অলপ বেছিকৈয়ে চাইছিল, যেনেকৈ চাইছিল গিৰীয়েকে আলিবাটেদি পেখম তুলি গাভৰু ছোৱালী গলে ঠিক তেনেকৈয়ে। ধৰ্ম্মকান্তই এতিয়াও চায়, কিন্তু ভানু আজিকালি আগফাললৈ বৰকৈ নোলায়, আগফালে বহি মানুহ চোৱাতো দূৰৰ কথা।

স্কুললৈ যাওঁতে আগতে ৰাণুৱে ফ্ৰক পিন্ধি গৈছিল। আজিকালি মেখেলা-চাদৰ পিন্ধি যায়, হেড্ মিষ্ট্ৰেছে ফ্ৰক পিন্ধি যাবলৈ নিদিয়ে, ঘৰত হলে ৰাণুৱে এতিয়াও ফ্ৰককে পিন্ধে। মাকৰো সেয়ে আদেশ, কাৰণ ফ্ৰক পিন্ধিলে ডাঙৰ ছোৱালীকো সৰু যেন দেখি আৰু তায়ো ফ্ৰক পিন্ধিবলৈ সহজ পায়। নতুনকৈ মেখেলাচাদৰ পিন্ধিবলৈ শিকিছে নহয় ৰাণুৱে, পিন্ধি ভাল লাগিলেও পিন্ধিবলৈ সিমান সুবিধা নেপায় আৰু ঠিকমতে চাদৰখন লওঁতে সময় লাগে। চাদৰখন কেনেকৈ ললে ঠিক হব আৰু কোনখিনিত কিমানকৈ আঁটিলে শৰীৰৰ ভাজবোৰৰ আকৰ্ষণ বাঢ়িব তাক এতিয়াও ৰাণুৱে ভালকৈ শিকা নাই।

এঘাৰ বজাত স্কুল বহে। ৰাণুৱে এঘাৰ বাজিবলৈ কুৰি মিনিট থাকোঁতে স্কুললৈ ঘৰৰ পৰা ওলায়। ভাত-পানী খাই কাপোৰ-কানি পিন্ধি তৈয়াৰ হৈ থাকিলেও তাৰ আগতে স্কুললৈ যাব নোৱাৰে মাকৰ নিষেধ। আগতে গৈ কিজানি বাটত লগৰীয়া কোনোবা ছোৱালীৰ ঘৰত সোমায় নাইবা কিজানি স্কুলত ধিতিঙা ছোৱালীৰ লগত হাঁহি-খিকিন্দালি মাৰি থাকেগৈ। ভানুৰ ধাৰণা ৰাণুৱে কোনো কথাকে নেজানে, লগৰ ছোৱালীবিলাকৰ পৰা এতিয়া নিশিকিলে হয়। স্কুলৰ পৰাও সেইদৰে ৰাণু ঠিক সময়ত ঘৰ পাবহি লাগিব। দেৰি হলে মাকে কৈফিয়ৎ তলব কৰে আৰু কৈফিয়তত মাক সন্তুষ্ট নহলে ৰাণুৱে গালি-শপনি খাব লাগে।



মাকৰ বেমাৰ বুলি খবৰ পাই ভদ্ৰ কাম এৰি ঘৰলৈ গুচি গল। সিয়েই খবৰ দিয়া ডেকা লৰা এটাই আহি সুধিছিল ঘৰত কাম কৰিবলৈ মানুহ লাগিব নেকি? ধৰ্ম্মকান্তই কৈছিল লৰাটো ৰাখিবলৈ, কিন্তু ভানুৱে নেৰাখিলে। গাভৰু ছোৱালী থকা ঘৰত ফিটফাট ডেকা চাকৰ ৰাখিবলৈ ভানুৰ ভাল নেলাগিল। নিজেই কৰিব ঘৰৰ সকলো কাম যেতিয়ালৈকে চাকৰণী এজনী নেপায়। খাচিয়ানী এজনী পাইছিল, কিন্তু ভানুৰ পচন্দ নহল। শেহত পালে আদহীয়া নেপালী এজনী, বিধতাই হে যেন তাইক ভানুৰ ওচৰলৈ পঠিয়াই দিছিল। ঘৰৰ বন-বাৰি তাই যে কৰিব পাৰিবই, দোকান-বজাৰৰ পৰাও ইটো-সিটো আনি দিব পাৰিব। গিৰীয়েক পুতেক কোনো নথকা মানুহ, ৰাখিলে সদায়েই থাকিব তাই, খাবলৈ-ববলৈ আৰু পিন্ধিবলৈ দিলে দৰমহা নিদিলেও একো ক্ষতি নাই।

কিমান দিননো হৈছে কাঞ্চীজনী কামত সোমোৱা? ইয়াৰ ভিতৰতে ভানুৱে বুজিছে কাঞ্চীজনীক সকলো কথাতে নিৰ্ভৰ কৰিব পাৰি। কাঞ্চীজনী নথকা হলে ঘৰত জীয়েকক এনেকৈ এৰি থৈ ভানুৱে চিনেমালৈ যাবলৈ সাহ নকৰিলেহেতেন। তাইক মাতি ভানুৱে কলে, "তই ঘৰত থাকিবি, কলৈকো নেযাবি আমি ঘূৰি নহালৈকে। ৰঞ্জন ওলাই গলে ভিতৰৰ পৰা আগফালৰ দুৱাৰখন বন্ধ কৰি থবি।"

ৰঞ্জন ভানুৰ ডাঙৰ লৰাটোৰ ঘৰত মতা নাম।

## ॥ ২ ॥

গাভৰু ছোৱালী ঘৰত থাকিলে ঘৰ শুৱনী হয় সঁচা, কিন্তু মাক-বাপেক বহুত কথাত সাৱধান হব লগা হয়। ধৰ্ম্মকান্ত অৱশ্যে ইয়াৰ ব্যতিক্ৰম, কাৰণ তেওঁ ভাবে সাৱধান হলেনো কি হব আৰু কিমাননো সাৱধান হব পাৰিব? দিন-কাল সলনি হৈছে আৰু মানুহৰ মনো

হৈছে সলনি। আগতে ছোৱালী যিমানখিনিলৈ গলে মানুহে বৰ ডাঙৰ কথা হব বুলি ভাবিছিল এতিয়া তাতকৈ বহুত বেছি গলেও মানুহে কথাৰ কথা বুলিয়ে নেভাবে । ধৰ্ম্মকান্তৰ মনত জীৱনৰ খলা-বমা বাটত যাওঁতে ছোৱালী কৰবাত পিছলিলেই বা, সিনো কি জগৰৰ কথা হল? কিন্তু ভানু গিৰীয়েকৰ সমানে উধাব পৰা নাই, সেইদেখি ৰাণুৰ ওপৰত ভানুৰ চোকা দৃষ্টি।

ভানুৱে ৰাণুৰ ওপৰত চোকা দৃষ্টি নেৰাখেনো কেনেকৈ? নিজৰ চেঙেলীয়া কালটোলৈ মনত পৰিলে ভানুৰ মনটো এতিয়াও গধুৰ লাগি যায়। বিয়া নৌ হওঁতেই ভানুৱে বিয়াৰ গোপন আনন্দ সকলোখিনি উপভোগ কৰিলে। ভানুৰ অন্তৰদাহী তৃষ্ণা নিবৃত্ত কৰা প্ৰথম পুৰুষজন তো ধৰ্ম্মকান্ত নহয়। অনাঘ্ৰাতা ফুল স্বৰূপে ধৰ্ম্মকান্তই তো ভানুক পোৱা নাছিল বিবাহৰ প্ৰথম ৰাতি। প্ৰথম ৰাতিৰ অভিনবত্ব ভানুৰ কাৰণে তো বিশেষ একো নাছিল। আগতে কোনো দিনে নোপোৱা যি নতুন আনন্দ উপভোগৰ অৰ্থে লাজ-ভয় আৰু সঙ্কোচ-উৎকণ্ঠাৰ ভাব লৈ সচৰাচৰ কন্যাই প্ৰথম ৰাতি দবাৰ ওচৰ চাপে তেনে ভাব লৈ তো ভানু ধৰ্ম্মকান্তৰ ওচৰ চাপিব পৰা নাছিল। "ফেনিলউচ্ছল যৌৱন-সুৰা" আনি ধৰ্ম্মকান্তৰ মুখত তুলি দিছিল ভানুৱে ঠিকেই, কিন্তু সেই সুৰাৰ ভাগ আগতে এজনে পাইছিল। তেওঁ সম্বন্ধত ভানুৰ নিলগীয়া দদায়েক হয়।

অনন্ত হাজৰিকাই ভানুক পঢ়াবলৈ ললে। "ছোৱালীজনী দেখিছোঁ ইংৰাজীত একেবাৰে পিছপৰা। এই দৰে হলে মেট্ৰিকুলেছন পাছ কৰিব আৰু হৈছে! মই গধূলি ঘৰত এনেয়ে হে থাকোঁ, এঘন্টামান বাৰু মাজে-সময়ে পঢ়াই দি যামহি।" এই বুলি উপযাচি অনন্তই ভানুৰ দেউতাকক কলত তেওঁ আপত্তি কৰিবৰ একো কাৰণ নেদেখিলে। তেওঁ বৰং ভালেই পালে, কাৰণ তেওঁৰতো ভানুক ঘৰুৱা মাষ্টৰ এজন দিবৰ মন গৈছিল, পিছে খৰচৰ কথা ভাবি কোঁচ খাই আছিল। দেউতাকৰ কথা পাই অনন্তই ভানুক পঢ়াবলৈ



ধৰিলে, পোনতে কেইদিনমান এদিন এৰি এদিন, পিছত দিনৌ গধূলি।

তেতিয়া যোৰহাটৰ নিয়ামাটীৰ পৰা গুৱহাটীলৈ যাত্ৰীবাহী জাহাজ চলিছিল এদিন এৰি এদিন। তেজপুৰৰ পৰা দ্বিতীয় শ্ৰেণীত অনন্ত হাজৰিকা আৰু ভানু দুয়ো গুৱাহাটীলৈ আহিল আৰু এৰাতি নে দুৰাতি ভানুৰ পেহীয়েকৰ ঘৰত থাকি শ্বিলঙলৈ গল। শ্বিলঙৰ লেকৰ দাঁতিৰ ঘাঁহনিত বহি, ঘোঁৰা দৌৰুৱা পথাৰৰ ফালে প্ৰাকৃতিক শোভা চাই ঘূৰি, বতাহত সোঁ-সোঁ কৰি থকা পাইন গছবিলাকৰ তলত দীঘল দি পৰি থাকি আৰু হাঁহি বিলাই ফুৰা ৰাংঢালী খাচিয়ানী গাভৰুৰ ৰেহ-ৰূপ চাই ভানুৰ বৰ ভাল লাগি গল। ৰাতি হোটেললৈ ঘূৰি আহি অনন্তই ভানুক সুধিছিল, "শ্বিলঙত কেনে লাগিছে?"

"বৰ ভাল লাগিছে। ঘৰলৈ ঘূৰি যাবলৈ মনেই যোৱা নাই।"

কিন্তু সকলো সুখেই এদিন নহয় এদিন অন্ত পৰাৰ দৰে সপোনৰ কুহকেৰে ভৰা তেওঁলোকৰ শ্বিলঙীয়া জীৱনৰো পৰিল। দদায়েক-ভতিজা জীয়েক দুয়ো গুৱাহাটীৰ পৰা জাহাজেৰেই তেজপুৰলৈ উলটি গল। অনন্ত ভানুৰ দদায়েক, ঘৈণীয়েক আৰু লৰা-ছোৱালী থকা আদহীয়া মানুহ, সেই দেখি ভানুৰ মাক-বাপেকে এনেকৈ অনন্তই ভানুক লৈ গুৱাহাটী শ্বিলং ঘূৰি অহাত একো সন্দেহৰ থল নেদেখিলে। সন্দেহৰ কাৰণ দেখাহেতেন তেওঁলোকে ভানুক অনন্তৰ লগত নপঠালেহেতেন। তেওঁলোকৰ মনত এবাৰো নেখেলালে যে ঘৈণীয়েক নথকা ডেকাতকৈও ঘৈণীয়েক থকা বুঢ়া তৰপৰ মানুহ একো একোজন সাংঘাতিক হয় আৰু সম্বন্ধ থাকিলে বহুত কথাত সুবিধা ওলায়।

শেহত ভানুৰ মাক-বাপেকৰ মুখ শুকাল আৰু ডাক্তৰৰ খবৰ কৰিব লগীয়া হল। ভানুৰ মাকৰ চিনাকি লেডী ডাক্তৰ এগৰাকী আছিল। তেওঁক মতাই আনি ভানুক এই সঙ্কটৰ পৰা ৰক্ষা কৰিবলৈ

কলত তেওঁ বিনা আপত্তিৰে ৰাজী হৈ গল। কাম সম্পন্ন কৰাৰ পিছত ভানুৰ মাকে তেওঁক এশ নে ডেৰ-শ টকা যাচিছিল। তেওঁ এপচাইও নলৈ কলে, "টকা লম কিয় ? উঠি অহা ছোৱালী এজনীক এনেদৰে উদ্ধাৰ কৰি মই যে পুণ্য আৰ্জ্জিলোঁ। টকা ললেও আপোনালোকৰ পৰা মই নলওঁ।"

এক চিন্তা গল, কিন্তু ভানুৰ মাক-বাপেক চিন্তাৰ পৰা মুক্ত নহল। ভানুক সোনকালে বিয়া দিয়া যায় কেনেকৈ ? লেডী ডাক্তৰৰ পৰা কথা ওলাবৰ ভয় নাই। কিন্তু অনন্তৰ ঘৈণীয়েক একেবাৰে খড়গহস্ত। তেওঁতো অনন্তক আৰু ভানুক ক্ষমা নকৰেই ভানুৰ মাক-বাপেককো ক্ষমা নকৰে। তেওঁলোকে নো কি কৰিছিল ইমানদিনে, শুই আছিল নেকি ? নিজকো অনন্তৰ ঘৈণীয়েকে ক্ষমা কৰিব পৰা নাই। অনন্তক ইমানকৈ বিশ্বাস কৰিবলৈ নো তেওঁক পাইছিল কিহে ? কোনো মানুহকে বেছিকৈ বিশ্বাস কৰিব নেপায়।

ধৰ্ম্মকান্তৰ লগত ভানুৰ বিয়া হোৱাৰ পিছত হে মাক-বাপেকৰ চিন্তা গুচিল।

## ॥ ৩ ॥

ভানু ন কন্যা ভাগি পুৰণি হোৱাৰ পিছত শেহতীয়া ফাগুনৰ ৰূপালী জোনাকে স্নিগ্ধ কৰি তোলা এক নিশাত ধৰ্ম্মকান্তই ঘৈণীয়েকক সুধিলে, "মোক বিয়া কৰাৰ আগতে কাৰোবাৰ লগত প্ৰেমত পৰিছিলা নে নাই ?"

এল্‌চেচিয়ান কুকুৰটোৱে ভানুৰ ওচৰতে নেজ জোকাৰি আছিল। তাৰ নেজডালৰ দৰেই ভানুৰ মনটোও জোকাৰ খাই উঠিল কিন্তু গাটো জোকাৰ খাবলৈ ভানুৱে নিদিলে। ভানুৱে মাথোন ভাবিলে এনেকৈ সুধিলে যে গিৰীয়েকে, কৰবাত কেনেবাকৈ গম পাইছে



নেকি ? গম পালেও ভানুৱে অস্বীকাৰ কৰিব, কোনো পথ্যেই স্বীকাৰ নকৰে। ভানুৱে এতিয়া নতুন জীৱন যাপন কৰিবলৈ ওলাইছে, এই জীৱনত অতীতৰ ঠাই নাই।

ধৰ্ম্মকান্তক ভানুৱে ঘূৰি প্ৰশ্ন কৰিলে, "মোক যে সুধিছে, আপোনাকো যদি মই তেনেকৈ সোধোঁ ?"

"সোঁধা। সুধিলে মইতো মোৰ একো কথা তোমাৰ আগত নুলুকাওঁ।"

"কক তেনেহলে মোক বিয়া কৰোৱাৰ আগতে কাৰোবাৰ লগত প্ৰেমত পৰিছিল নে নাই ?"

"পৰিছিলোঁ। এজনী বা দুজনীৰ লগত নহয় একেবাৰে পাঁচজনীৰ লগত পৰিছিলোঁ।"

হঠাতে বতাহ এজাক আহিলত ভানুৱে উঠি গৈ খিৰিকীখন বন্ধ কৰি হুকডাল লগাই পৰ্দ্দাখন পেলাই দিলে। বাহিৰৰ জোনাক বাহিৰতে ৰল। ভিতৰত ইলেকট্ৰিক লাইটৰ শেঁতা পোহৰ। ভানু আগতে বিছনাখনত বহি আছিল গিৰীয়েকৰ ওচৰতে। খিৰিকীখন বন্ধ কৰি আহি বিছনাখনত নবহি ভানু ওচৰৰ চকীখনত কুচিমুচি বহিল আৰু বহি ধৰ্ম্মকান্তক সুধিলে, "তাৰে এজনীক বিয়া নকৰালে কেলেই, মোক যে বিয়া কৰালে ?"

"পাঁচজনীৰ কোনজনীক কৰিম ঠিক কৰিব নোৱাৰিলোঁ। সেই দেখি পাঁচজনীৰ এজনীকো নকৰি একেবাৰে অচিনাকি এজনী বিয়া কৰালোঁ। বেয়া হল নেকি ? এতিয়া কোৱাঁ তুমি কাৰ লগত প্ৰেমত পৰিছিলা ?"

"আপুনি পাঁচজনীৰ লগত প্ৰেমত পৰিছিল দেখি লেখ দিব পৰিলে ; মই তো এজন দুজন পাঁচজন নহয়, বহুতৰ লগত প্ৰেমত পৰিছিলোঁ। ডেকা লৰা যাকে দেখিছিলোঁ তাৰে লগত প্ৰেমত পৰিছিলোঁ মই। তেজপুৰৰ কোনো এটা ডেকা লৰা নাই যাৰ লগত প্ৰেমত পৰা নাছিলোঁ।"

বাহিৰত এপাক মাৰি এলচেচিয়ান কুকুৰটো ভিতৰ সোমালহি। সি ধৰ্ম্মকান্তৰ ওচৰলৈ আহি ধৰ্ম্মকান্তৰ মুখলৈ চালত তেওঁ তাৰ মূৰত থাপৰ এটা মাৰি ঘৈণীয়েকক কলে, "ধেমালি থৈ দিয়া। এনেবোৰ কথাত ধেমালি ভাল নেলাগে। কোৰাঁচোন সঁচাকৈয়ে কাৰোবাৰ লগত প্ৰেমত পৰিছিলা নে নাই। ডেকা কালত লৰাই হক ছোৱালীয়েই হক প্ৰেমত পৰাটো একো জগৰৰ কথা নহয়।"

"সঁচা কথাকে কওঁ বাৰু। বিয়াৰ আগতে মই কাৰো লগত প্ৰেমত পৰা নাই।"

ভানুৱে সঁচা কথাকে তো কৈছে। অনন্তৰ লগত ভানুৱে যি কৰিলে সি কেলেঙ্কাৰী হে, সি তো প্ৰেম নহয়।

একো নকৈ ধৰ্ম্মকান্তই ঘৈণীয়েকৰ মুখলৈ চাই থকা দেখি ঘৈণীয়েকে সুধিলে, "কি ভাবিছে? মোৰ কথাত বিশ্বাস হোৱা নাই নেকি?"

"নাই হোৱা।"

"কেলেই?"

"তোমাৰ কথা অনন্ত হাজৰিকাই মোক কৈছিল নহয়।"

ভানু উচপ খাই উঠিল। অনন্ত হাজৰিকাই সেই পুৰণি কাহিনী ধৰ্ম্মকান্তৰ আগত বিবৰি দিলে নেকি? ভানুৱে সুধিব লাগিছিল, "কি কৈছিল," কিন্তু ভানুৱে সুধিবলৈ সাহ নকৰিলে। ধৰ্ম্মকান্তক ভানুৱে মাথোন সুধিলে, "অনন্ত দদাইদেউক আপুনি কেনেকৈ চিনিলে?"

"তেওঁ যে আমাৰ ইয়াত আগতে মাষ্টৰি কাম কৰিছিল। বৰ ভাল মাষ্টৰ, মানুহজনো বৰ ভাল। তেৱেঁই কৈছিল মোক তোমাৰ কথা।"

ভানুৰ মুখখন শুকাই গৈছিল। ভানুৱে ভাবিছিল, বৰ ভাল মানুহহে হয় অনন্ত হাজৰিকা। ভাল মানুহ নে সেইটো? ভাল মানুহ হোৱা হলে গিৰীয়েকক সেইবোৰ কথা কব পাৰিলে-



হেতেন নে? ভানুৰ এনেকৈ শতুৰু শালিব নেলাগিছিল অনন্তই। সেপ ঢুকি ভানুৱে কোনোমতে ধৰ্ম্মকান্তক এইবাৰ সুধিলে, "কি কৈছিল?"

"কৈছিল বোলে ছোৱালীজনীৰ স্বভাৱ-চৰিত্ৰ বৰ ভাল। বৰ গহীন ছোৱালী, কোনো ডেকা লৰাই আসৈ নেপায়। মই বোলে ভাগ্যৰ বলেৰেহে এনে এজনী ছোৱালী বিয়া কৰাবলৈ পাইছোঁ।"

"সঁচাকৈয়ে কৈছিল নে তেনেকৈ অনন্ত দদাইদেৱে?"

"সঁচাকৈয়ে কৈছিল।"

ভানুৱে অনন্ত হাজৰিকাক যিমান বেয়া বুলি ভাবিছিল তেনেহলে অনন্ত সিমান বেয়া নহয়। মনৰ ভাব মনতে ৰাখি ভানুৱে ধৰ্ম্মকান্তক সুধিলে, "আপুনি অনন্ত দদাইদেউৰ কথা বিশ্বাস কৰিলে?"

"নকৰিম কেলেই বিশ্বাস তেওঁ কোৱা কথা? মোক ভাল লগাবলৈ বা তোমাক ওপৰলৈ তুলিবলৈ মিছা কথা কোৱা বিধৰ মানুহ তেওঁ নহয়।"

ভানুৰ মনলৈ ভাব আহিল, হাঁয় হাঁয়, মানুহে মানুহক কিমান চিনি পায়! কিন্তু ধৰ্ম্মকান্তই কোৱা কথা শুনি ভানু আশ্বস্ত হল আৰু ভানুৰ মনটো পাতল লাগিল।

॥ ৪ ॥

মাক-দেউতাক চিনেমালৈ যোৱাৰ পিছত ৰাণু বিছনাত পৰিলহি, পৰি কিছু পৰ গাৰুটো বুকুত সাবটি দীঘল দি থাকিল। তাৰ পিছত বিছনাৰ পৰা উঠি ৰাণুৱে টেবুলখনলৈ আহি কিতাপবোৰ খেলিমেলি কৰি পেলালে, কাঞ্চীজনীক মাতিলে আৰু তাই আহিলত তাইক যে এনেয়ে মতা নাই তাক বুজাবলৈ লগে লগে ঘূৰি ফুৰা এলচেচিয়ান কুকুৰটো বান্ধি থবলৈ কলে।

ৰাণুৱে ভোৰভোৰালে, "এইবোৰ ছবি চাবলৈ মোক নিব নোৱাৰে

নিজে হলে চাবগৈ পাৰে। ভাল ছবি আহিলেহে মোক নিব, এইবোৰ ছবিলৈ মোক নিনিয়ে। নেচাওঁ মই ভাল ছবি। মই অলৈ যাব নোৱাৰোঁ, মই তলৈ যাব নোৱাৰোঁ। মই নাচিবলৈ শিকিব খুজিলোঁ, তাকো মানা কৰিলে। মই সেইবোৰ একো কৰিব নোৱাৰোঁ। মই মাথোন পঢ়িব লাগে, পঢ়, পঢ় আৰু পঢ়। ঘৰত পঢ়ুৱাবলৈ হলে মাষ্টৰ এটা দিব নোৱাৰে।"

ৰঞ্জনক ঘৰত মাষ্টৰ এজনে পঢ়ুৱাইছিল। ককায়েকক পঢ়ুৱা শুনি ৰাণুৰ ভাল লাগিছিল, আৰু ভাবিছিল তাইকো যদি কোনোবা মাষ্টৰে তেনেকৈ পঢ়ুৱালেহেঁতেন। বুজিব নোৱাৰা দুই-এটি কথা ৰাণুৱে মাজে-সময়ে মাষ্টৰজনৰ পৰা বুজি লৈছিল আৰু তেৰেঁা উৎসাহেৰেই তাইক বুজাই দিছিল। ইচ্ছা কৰিলে ৰাণুৱে ককায়েকৰ ওচৰতে বহি পঢ়িবও পাৰে বুলি তেওঁ কৈছিল, যি নোৱাৰে তেওঁ বুজাই দিব। তাইৰো তেনেকৈ পঢ়িবৰ মন গৈছিল। ভানুক কলত ভানুৰ পুৰণা কথালৈ মনত পৰি গল। ফলত মাষ্টৰজনে ৰাণুক পঢ়ুৱাবলৈতো নেপালেই, ৰঞ্জনক পঢ়ুৱাবলৈকো তেওঁ নোপোৱা হল। কিবা এটা কাৰণ দেখুৱাই 'তেওঁক' আহিবলৈ ভনুৱে বন্ধ কৰি দিলে।

তথাপি ধৰ্ম্মকান্তই ৰাণুক ঘৰত পঢ়ুৱাবলৈ মাষ্টৰ এজন দিয়াৰ কথা ভাবিছিল। ভানুক কলত ভানু জিকজিকাই উঠিল, "কেলেই মাষ্টৰটো? আটাইবোৰ লৰা-ছোৱালীয়ে ঘৰত মাষ্টৰ ধৰি পঢ়িছে নে?"

"আটাইবোৰে নপঢ়িলেও কিছুমানে পঢ়িছে। সেই কিছুমানৰ ভিতৰত জানো তোমাৰ ছোৱালী হব নোৱাৰে? দিওঁ দিয়া তাইকো মাষ্টৰ এটা ধৰি।"

"তাইক যে মাষ্টৰ এটা ধৰি দিবলৈ ওলাইছে, লৰা এটা ঠিক কৰি তাইক বিয়াকে নো দি নিদিয়ে কিয়? বিয়া দি দিলেই দেখোন সকলো জঞ্জাল মৰে।"



ধৰ্ম্মকান্ত অলপ ৰল, বৈ কিবা ভবা যেন কৰিলে, তাৰ পিছত কলে, "বিয়া দিবলৈ লৰা ঠিক কৰোঁ বুলিলেই ঠিক কৰিব নোৱাৰি নহয়! তাতে ৰাণুৰ নো এতিয়া কি বয়স হৈছে বিয়া দিবলৈ? এটা কাম নকৰোঁ কিয়? উপযুক্ত চাই লৰা এটাক ৰাণুক পঢ়াবলৈ লগাওঁ, এনে এটা লৰা যি পঢ়োৱাৰ লগে লগে যদি ৰাণুক মৰমো কৰে তেনেহলে একো ক্ষতি নাই, তাৰ লগতে ৰাণুক বিয়া দি দিব পৰা যাব।"

"পিছত যদি সি বিয়া নকৰোৱা হয়?"

"মই আৰু লৰা চিনি নেপাওঁনে? চাই-চিটিহে আনিম তোমাৰ জীয়েৰাক পঢ়াবলৈ লৰা।"

"আনক বাৰু তেনেহলে। মই আগতে লৰাটো চাওঁ।"

ধৰ্ম্মকান্তই আনিলে লৰা এজন, এম-এ পঢ়া, চোকা-বুধীয়া আৰু চকুত লগা লৰা এজন। লৰাজনে যে প্ৰথম শ্ৰেণী পাই এম-এ পাছ কৰিবই ধৰ্ম্মকান্তক বোলে লৰাজনক পঢ়ুৱা প্ৰফেচাৰজনেই কলে। গতিকে অমূল্যৰ লগত ৰাণুৰ বিয়া হলে তাইৰ সৌভাগ্যই বুলিব লাগিব। ৰাণু মাকৰ সমান ধুনীয়া নহয়।"

ভানুৱে অমূল্যক বহুত কথাই সুধিলে—মাক-বাপেক আছে নে নাই, ককাই, বাই, ভনী কিমান, কেইটকা বৃত্তি পায়, এম-এ পাছ কৰি কি কৰিব, কলেজত প্ৰফেচাৰ হব নে ই-এ-চি হব, এম-এৰ লগত আইন পঢ়িছে নে নাই, ইত্যাদি ইত্যাদি। অমূল্যৰ আমনি লাগি গৈছিল। তাৰ ঘৰৰ অৱস্থা বৰ ভাল নহয় সেই কথা আগতে ধৰ্ম্মকান্তই ভানুক কৈছিল। নহলে সেই বিষয়েও প্ৰশ্ন ভানুৱে অমূল্যক নকৰাকৈ নেথাকিলহেঁতেন।

সেই দিনালৈ ভানুৱে অমূল্যক বিদায় দিলে। চাহ-জলপান খুৱাই ভানুৱে অমূল্যক কলে, "এম-এ পঢ়িছাঁ তুমি, ভালকৈ নপঢ়িলে কেনেকৈ পাছ কৰিবা? ৰাণুক পঢ়ালে তোমাৰ পঢ়াত ব্যাঘাত হব। সেই দেখি মই আকৌ এবাৰ ভাবি চাওঁ।"

"ভাবি চাবলৈ আৰু কি আছে ? মোৰ টকাৰ বৰ দৰকাৰ সেই দেখিয়েই প্ৰাইভেট টিউছন কৰিব খুজিছোঁ। নহলে পঢ়াবলৈ ৰাজী নহলোঁহেতেন। মোৰ পঢ়া তো আছেই, পিছে অকল মোৰ পঢ়াতে লাগি থাকিলে যে নহয়।"

তথাপি ভানু মান্তি নহল। ভানুৱে কলে, "আজিলৈ যোৱাঁ বাৰু। দুই-চাৰি দিনৰ ভিতৰত তোমালৈ খবৰ দিম।"

অমূল্য যোৱাৰ পিছত ভানুৱে ধৰ্ম্মকান্তক কৈছিল অমূল্যৰ দেউতাকক লগ ধৰি ৰাণুক তালৈ বিয়া দিয়াৰ বিষয়ে কথা পাতিবলৈ। বিয়া এতিয়া নকৰিলেও, বিয়াৰ কথা একেবাৰে খাটাং কৰিব লাগিব, আৰু এম-এ পৰীক্ষা হৈ যোৱাৰ পিছতে বিয়া হব লাগিব। তেনে এটা বন্ধৱস্ত হলে অমূল্যৰ খৰচ-পাতি এতিয়াৰ পৰা তেওঁলোকেই বহন কৰিব, এই কথা যেন ধৰ্ম্মকান্তই অমূল্যৰ বাপেকক ভালকৈ বুজাই দিয়ে।

ঘৈণীয়েকৰ দিহা মতে ধৰ্ম্মকান্তই কাম কৰিবলৈ ৰাজী নহল। তেওঁ কলে, "অমূল্যৰ দেউতাকৰ ওচৰত মই এনেকৈ সৰু হবলৈ যাম কিয় ?" ধৰ্ম্মকান্তই অৱশ্যে অমূল্যক কবলৈ নেপাহৰিলে যে সি যেন আন কাৰোবাক পঢ়ুৱাবলৈ ঠিক কৰি লয়।

॥ ৫ ॥

স্কুলত যিজনী ছোৱালীৰ লগত ৰাণুৰ আটাইতকৈ মিল হল তাইৰ নাম বন্দনা। একে শ্ৰেণীতে পঢ়ে যদিও তাই ৰাণুতকৈ দুবছৰমানে ডাঙৰ আৰু বয়সতকৈ কথা জানে বহুত বেছি। স্কুলত অলপমান সকাহ পালেই সিহঁত আন ছোৱালীৰ পৰা আঁতৰি ফুচফুচকৈ কথা পাতে আৰু স্কুল ছুটী হলে দুয়োজনী একেলগে ওলটে।

আগতে স্কুল ছুটী হল এদিন। বন্দনাই ৰাণুক বৰকৈ ধৰিলে



সিহঁতৰ ঘৰত সোমাই যাবলৈ। ৰাণুৱে নোসোমাব খুজিছিল মাকলৈ ভয় কৰি। বন্দনাই কলে, "ইমান ভয় কৰিব লাগিছে কেলেই ? বকে যদি বকিব মাৰে। স্কুল আজি আগতে ছুটী হোৱাটো মাৰে গম নেপাবও পাৰে। পালেই বা; দিবি কিবা এটা ফাঁকি। মাষ্টৰণী এজনীয়ে স্কুল ছুটী হোৱাৰ পিছতো পঢ়াই আছিল বুলি কবি। মিছা কথা এটা কবলৈ ভয় কৰ যদি সঁচা কথাকে কবি, কবি বন্দনাহঁতৰ ঘৰলৈ গৈছিলোঁ, তাই বৰকৈ মাতিছিল দেখি।"

মানুহৰ ঘৰলৈ ৰাণুৰ আজিকালি বৰকৈ যোৱা নহয়। যেতিয়া যায় মাকৰ লগতে যায়, কিন্তু মাকৰ লগত গলে মাকৰ আঁচলত ধৰি যোৱা যেন লাগে আৰু মনলৈ তাইৰ ফূৰ্ত্তি নাহে। মাকৰ চকুৱে দেখা নেপোৱাকৈ তাই এই বহল পৃথিৱীখন যি পাৰে চাব খোজে, বুজিব খোজে বিচিত্ৰ মানৱী জীৱনৰ বিচিত্ৰ ৰহস্যবোৰ, আৰু মাকে যিমানে তাইক সজাৰ ভিতৰত সুমাই থব খোজে সিমানে তাইৰ মন বাহিৰলৈ অকাশলৈ উধাও হৈ যায়। উপকথাত ৰাজকন্যাই সাৰ পোৱাৰ দৰেই সোণৰ কাঠিৰ পৰশত ৰাণুৱে সাৰ পাই উঠিছে, চকুত টোপনি আৰু নাই।

বন্দনাৰ লগত ৰাণু সিহঁতৰ ঘৰলৈ গল। বন্দনাৰ বন্ধু বুলি মাকেও ৰাণুক বৰ আদৰ-সাদৰ কৰিলে। ৰাণুৱে ঘৰলৈ আহি মাকক একো কৈফিয়ৎ দিব লগা নহল। সদায় ৰাণু ইমান ঠিক সময়ত স্কুলৰ পৰা ঘৰ পায়হি, কোনোবা দিনা যে তাৰ ব্যতিক্ৰম হব পাৰে সেই কথা মাকৰ মনত এবাৰলৈকো নেখেলালে। ৰাণুৰ এটা নতুন অভিজ্ঞতা হল। ৰাণু আকৌ গল বন্দনাহঁতৰ ঘৰলৈ। স্কুললৈ যাওঁতে একো দিন ৰাণুৱে বন্দনাহঁতৰ ঘৰ সোমাই তাইক লৈ যায়গৈ।

বাউসীৰ পৰা ওলোমাই লোৱা বেগটোত কিতাপ-বহী সজাই দুয়ো এদিন স্কুলৰ পৰা ঘৰমুৱা হৈ আহি থাকোঁতে বাটতে ডেকা লৰা এটাই বন্দনাৰ চকুলৈ চাই হাঁহিলে আৰু বন্দনাইও ঠিক তেনেকৈয়ে তাৰ উত্তৰ দিলে। ৰাণুৱে লক্ষ্য নকৰাকৈ নেথাকিল।

আগতে এদিনো এনে হোৱা নাই, আৰু হলেও ৰাণুৰ চকুত পৰা নাছিল। সিহঁতলৈ অৱশ্যে অনেক লৰাই চায়, কিন্তু ওচৰত এনেকৈ চকুলৈ চাই হঁহা ৰাণুৱে দেখাত এয়ে প্ৰথম।

বন্দনাই এদিন লৰা এটাক দূৰতে দেখি ৰাণুক কৈছিল, "সেই লৰাটো দেখিছনে, নেপালী দোকানখনৰ আগত যে থিয় হৈ আছে? বৰ দুষ্ট লৰা। মোক এদিন চিটিবাছলৈ সেইথিনিত অকলশৰে বৈ থকা দেখি সি তাৰ পৰাই মোলৈ আঙুলিয়াইছিল; আৰু তাৰে পৰাই আন কৰোবাক চিয়ঁৰাৰ দৰে চিয়ঁৰিছিল, আইটি কালৈ বৈ আছাঁ তেনেকৈ? মই গহীন হৈ থাকিলোঁ। যেন একো শুনাই নাই, কিন্তু এনে খং উঠিছিল। স্কুল-কলেজত পঢ়া লৰা নহয়, বজৰুৱা লৰা।"

ৰাণুৱে কলে, "লৰাটোৱে যে তোৰ চকুলৈ চাই হাঁহিলে আৰু তয়ো ঘূৰাই হাঁহিলি, মোক কচোন কথাটো কি?"

"বল বাৰু, ঘৰত কমগৈ।"

ঘৰত গৈ বন্দনাই মাকক সিহঁতলৈ চাহ-জলপান কৰিবলৈ কৈ তাইৰ খোটালীটোৰ দুৱাৰখন বন্ধ কৰি তাইৰ বাকচটো খুলি তাৰ পৰা কেইখনমান চিঠি আনি ৰাণুক পঢ়িবলৈ দিলে। পঢ়ি পঢ়ি ৰাণুৰ গাত শিহৰণ উঠিল, ৰাণুৱে এখন নতুন পৃথিৱীৰ সন্ধান পালে। একোখন চিঠি ৰাণুৱে দুবাৰো পঢ়িলে, পঢ়ি ইমান ভাল লাগিল তাইৰ। এখন চিঠিত কবিতা এফাকি পাই ৰাণুৱে কেইবাবাৰো পঢ়িলে, মুখস্থ হয় যদি হওক কবিতাফাকি, এনে ভাল লাগিছে পঢ়ি। এনেকৈ ধুনীয়াকৈ চিঠি লিখা তাইৰহে কোনো ওলোৱা নাই।

ভাবৰ আবেগত ৰাণুৱে বন্দনাক দুহাতেৰে সাবটি ধৰিলে। বন্দনাই কলে, "মোক সাবটি ধৰি কি ভাল লাগিব, ডেকা লৰা এটাক সাবটি ধৰিবলৈ পালিহেতেন যদি তেহে।"

"তই পাইছ সাবটি ধৰিবলৈ।"

"পাইছোঁ। মোকো ধৰিছে সাবটি, ময়ো ধৰিছো সাবটি।"



বাহিৰৰ পৰা কোনোবাই মাতিলে, "বন্দনা"। বন্দনাই "কি ককাইদেউ" বুলি দুৱাৰ খুলি দিলে। ভবেন্দ্ৰই ৰাণুক দেখি কোঠাটোলৈ সোমাই ভনীয়েকক সুধিলে, "কোন?"

"মোৰ লগত পঢ়ে, ৰাণু।"

ভবেন্দ্ৰই মূৰৰ পৰা ভৰিলৈকে ৰাণুৰ ফালে চালে। ৰাণুৱে তলমূৰ কৰিলে। বন্দনাই পঢ়িবলৈ দিয়া চিঠি কেইখনৰ কথাবোৰ সুঁৱৰি তাইৰ আৰু লাজ লাগিল। ভবেন্দ্ৰই কলে, "স্কুলত পঢ়া ছোৱালী ইমান লাজ কৰিব লাগিছে কেলেই? বন্দনাৰ লগত একেলগে পঢ়া যেতিয়া তুমিও মোৰ—"

বন্দনাই ঘূৰাই দিলে, "ভনী"।

ভবেন্দ্ৰ ড্ৰাইভাৰ। অৱশ্যে নিজৰ মটৰগাড়ী। গাড়ী যোৱাঁ মানুহ-দুনুহেৰে ভৰা আলিয়েদি ভবেন্দ্ৰই ফাঁকে ফাঁকে গাড়ী চলাই গন্তব্যস্থান ওলাবগৈ পাৰে।

॥ ৬ ॥

স্কুল ছুটী হবৰ এঘণ্টাতকৈ বেছি হল, তথাপি ৰাণু স্কুলৰ পৰা ঘৰ নোলালহি। কিছুমান দিনৰ পৰা স্কুলৰ পৰা ঘৰলৈ আহোঁতে ৰাণুৰ প্ৰায়ে দেৰি হয়, কিন্তু ইমান দেৰিতো আগতে কোনো দিন হোৱা নাই। সন্ধিয়া ভাগি গল, ইমান বেলিলৈকে তাই স্কুলতে আছে নে? ধৰ্ম্মকান্তই এইবোৰ ভাবনা বৰকৈ নেভাবে, তেৱেঁ। আজি উদ্বিগ্ন নহৈ নোৱাৰিলে।

হেড্ মিষ্ট্ৰেছৰ ঘৰ বেছি দূৰত নহয়। তেওঁক ধৰ্ম্মকান্তই গৈ খবৰ কৰিলত তেওঁ কলে বোলে ৰাণু আজি স্কুললৈকে অহা নাই। এই মাহৰ ভিতৰত দুদিন নে তিনিদিন তাই স্কুললৈ অহা নাই। কেইবাদিনো স্কুল ছুটী হোৱাৰ আগতে ঘৰলৈ গৈছেগৈ। হেড্ মিষ্ট্ৰেছে বোলে ধৰ্ম্মকান্তক জনাওঁ জনাওঁ বুলি থাকোঁতেই তেওঁ খবৰ

কৰেছেহি। ধৰ্ম্মকান্তই কি কৰিব এতিয়া? হেড্ মিষ্ট্ৰেছে তেওঁক কলে, বন্দনাহতঁৰ ঘৰত খবৰ কৰিবলৈ, ভবেন্দ্ৰ ড্ৰাইভাৰৰ ভনীয়েক বন্দনা, সেই ফালেই ঘৰ, আগৰ সেই আলিটোৰেদি অলপমান সোমাই যাব লাগে।

বন্দনাক ধৰ্ম্মকান্তই ঘৰতে পালে। বন্দনাই কলে, "ৰাণুৰ কিবা অসুখ-বিসুখ হৈছে বুলিহে মই ভাবিছিলোঁ। কলৈ নো গল তেনেহলে ৰাণু? কৰবালৈ গৈছে যদিও ইমান পৰে ঘৰলৈ উলটিব পায়। আপুনি ঘৰলৈকে যাওকচোন আকৌ। কিবা মটৰ দুৰ্ঘটনাই হল বা? যিমান কোবেৰেহে চলায় ড্ৰাইভাৰবিলাকে গাড়ী।"

কেইদিনমানৰ পৰা বন্দনাই ৰাণুক আগৰ দৰে লগ পোৱা নাই। স্কুলতহে লগ পায়, সিহঁতৰ ঘৰলৈ আগৰ দৰে তেনেকৈ ৰাণু নাহে। বন্দনা নেথাকোঁতে এদিন নে দুদিন বোলে ৰাণু আহিছিল, মাকক আৰু কাকয়েকক লগ পাইছিল বুলি বন্দনাৰ মাকে তাইক কৈছিল। এদিন তো ভবেন্দ্ৰই বন্দনা আৰু ৰাণু দুয়োজনীকে মটৰগাড়ীত তুলি শৰাইঘাট দলেৰেদি সিপাৰলৈ গৈ ঘূৰি আহিছিল। আন এদিন সিহঁতে কামাখ্যালৈ যোৱাৰ কথা আছিল। কিন্তু ৰাণু আজি গল কলৈ? ভবেন্দ্ৰও দেখোন নাই।

পুলিচ চুপাৰিণ্টেণ্ডেণ্টজনৰ লগত ধৰ্ম্মকান্তৰ অলপ ভালকৈয়ে চিনাকি। ৰাতি আঠ বজালৈকে ৰাণু আহি ঘৰ নোলালত দেউতাকে ডম্বৰু তহবিলদাৰক কথাটো জনালে। তেওঁ পোনতে ভবেন্দ্ৰ ড্ৰাইভাৰৰ খবৰ কৰালে আৰু খবৰ কৰিবলৈ যোৱা পুলিচ চব-ইন্সপেক্টৰজনে কলেহি, "ভবেন্দ্ৰ ঘৰত নাই। কলৈ গৈছে মাকে কব নোৱাৰে।" ডম্বৰু তহবিলদাৰে আৰু খবৰ কৰালে আৰু এইবাৰ খবৰ পালে যে আবেলি তিনিমান বজাত পল্টন বজাৰৰ সিফালে ৰেস্তোৰাঁ এখনত কনিষ্টল এটাই ভবেন্দ্ৰক দেখা পাইছিল।

ডম্বৰু তহবিলদাৰে কনিষ্টবলটোক সুধিলে, "ভবেন্দ্ৰৰ লগত ছোৱালী এজনী দেখিছিলিনে?"



"নাই দেখা চাৰ।"

"ভবেন্দ্ৰই কি কৰিছিল?"

"দোকানীক চাহৰ অৰ্ডাৰ দিছিল।"

"কেই পিয়লা চাহৰ অৰ্ডাৰ দিছিল শুনিছিলিনে?"

"শুনিছিলোঁ চাৰ; দুপিয়লা চাহ আৰু কিবাকিবি।"

"চাহৰ অৰ্ডাৰ দি ভবেন্দ্ৰই কি কৰিলে?"

"পৰ্দ্দা দি ঘেৰা কেবিন যে আছে তাৰে এটালৈ সোমাই গল। মই আৰু দেখা নেপালোঁ।"

"বুৰ্ব্বক।"

পম খেদি খেদি সেই ৰাতিয়েই আমিনগাওঁৰ ড্ৰাইভাৰ এটাৰ ঘৰৰ পৰা ৰাণুক উদ্ধাৰ কৰা গল। ভবেন্দ্ৰকো তাতে ধৰা হল। তাৰ তেতিয়া গোলাপী নিচা। সি কলে, "কাইলৈ মোৰ বিয়া দাৰোগা বাবু। আপোনাক নিমন্ত্ৰণ কৰিলোঁ, ওলাব কাইলৈ কামাখ্যালৈ।"

পুলিচ চব-ইন্সিপেক্টৰজনৰ আদেশ মতে কনিষ্টবল এটাই ভবেন্দ্ৰৰ হাতত হাত কেৰেয়া পিন্ধাই দিলে। ভবেন্দ্ৰই চিয়ঁৰিলে, "তই ভুল কৰিছ অ' কনিষ্টবল কাই। খাৰুযোৰ তাইৰ হাতত হে পিন্ধাব লাগে। মোৰ হাতত আকৌ পিন্ধাইছ কিয়" ?

"তোক গ্ৰেপ্তাৰ কৰিলোঁ।"

"মোক আগতেই ৰাণুৱে গ্ৰেপ্তাৰ কৰি থৈছে। তই আৰু মোক কি গ্ৰেপ্তাৰ কৰিবি?"

চব-ইন্সপেক্টৰজনে কনিষ্টবল এটাক কলে, "খকৰামুকুটি এটা আনি দে অ' সেইটোৰ মুখতে। দে খকৰামুকুটি মাৰি তাৰ মুখখন ভাঙি।"

থানালৈ ভবেন্দ্ৰ আৰু ৰাণুক অনাৰ পিছত ডম্বৰু তহবিলদাৰে ধৰ্ম্মকান্তক খবৰ দিলে। তেওঁ আহিল আৰু তহবিলদাৰক কৈ ৰাণুক ঘৰলৈ লৈ গল। ৰাতিৰ কথা ৰাতিৰ অন্ধকাৰতে লুকাই ৰল।

১৯৬৪

## বিহুৰ পিঠা

॥ ১ ॥

ডাকঘৰলৈ মণিৰামৰ যাবৰ ইচ্ছা নাছিল। কিন্তু ভুবনচন্দ্ৰ বৰুৱাই কলত সি যাব লগাত পৰিল। পোষ্টমাষ্টৰজন ভুবনচন্দ্ৰৰ অকল চিনাকিয়েই নহয়, কবলৈ গলে বন্ধুও। তেওঁ চাই-মেলি মণিৰামক জনাই দিলে যে ডুমডুমাৰ পৰা ভুবনচন্দ্ৰৰ নামে কোনো পাৰ্চেল অহা নাই, কৰো পৰা একো পাৰ্চেল অহা নাই ভুবনচন্দ্ৰলৈ।

ভুবনচন্দ্ৰয়ো ডুমডুমাৰ পৰা তেওঁলৈ পাৰ্চেল আহিব বুলি ভবা নাছিল। যোৱা দুবছৰে বিহুত তেওঁলৈ বোৱাৰীয়েকে বিহুৱান আৰু পিঠা আদি একো পঠোৱা নাই। কেলেই পঠোৱা নাই শান্তিয়ে হে জানে। কিন্তু যেতিয়া একেৰাহে দুবছৰ নপঠালে, এইবাৰ পঠাব নে? তথাপি আশা নেথাকিলেও মানুহে আশা এৰি নিদিয়ে। সেইদেখি নিৰাশাতো আশা কৰি তেওঁ মণিৰামক ডাকঘৰলৈ পঠাইছিল।

কাইলৈ যে সংক্ৰান্তি, গৰু বিহু। ভুবনচন্দ্ৰই বিহু খাবলৈ তেওঁৰ বন্ধু তিনিজনক মাতিব নেলাগিছিল। কিন্তু এনে অৱস্থাত পৰিল যে নমতাকৈ তেওঁ থাকিব নোৱাৰিলে। পুণ্যধৰ কাকতীৰ ঘৰতে তাচ-খেলত বহিছিল তেওঁলোক—পুণ্যধৰ, শান্তিৰাম হাজৰিকা, অনাদিচৰণ দাস আৰু ভুবনচন্দ্ৰ। চাৰিওজনৰে বোৱাৰীয়েক আছে, পুণ্যধৰ আৰু অনাদিচৰণৰ দুজনীকৈ। তাতে শহুৰেক কেইজনৰ ভিতৰত বোৱাৰীয়েকহঁতৰ কথা ওলাল।

অনাদিচৰণে কলে, "মোৰ সৰুজনী বোৱাৰী হে পথিলা, ডাঙৰজনী হলে সাক্ষাৎ লক্ষ্মী। মোৰ বৰ আল-পৈচান ধৰে। দুপৰীয়া ভাত খাওঁতে ওচৰতে বহি বিচনী এখনেৰে মোক বিচি থাকে, খাই



উঠিলে মুখ-হাত ধুবলৈ পানী বাকি দিয়ে, আৰু গামোছাখন সাউৎকৰে আনি মোক দিয়েহি।"

শান্তিৰামে মাত লগালে, "মোৰ আকৌ ডাঙৰজনী এলাইবাহু, সৰুজনী হলে বৰ কামৰ মানুহ আৰু মোলৈ তাইৰ অগাধ ভক্তি। মোৰ ঘৰলৈ যাওঁতে ৰাতি লাগে যিমানেই হক আনবোৰ শুলেও তাই মোৰ কাৰণে ৰৈ থাকে আৰু মোক খুৱাই-মেলি হে শোৱে। জাৰকালি মোলৈ ভাত-পানী গৰম কৰি থয়, তাই অহাৰ পিচৰ পৰা মই জাৰকালি ৰাতি ঠাণ্ডা ভাত খাবলগীয়া হোৱা নাই।"

পুণ্যধৰ আৰু এখাপ ওপৰলৈ গল। তেওঁ কলে, "মোৰ বোৱাৰীজনীৰ নিচিনা বোৱাৰী মানুহে কপালৰ বলত হে পায়। মই মোৰ কোনো কথাকে ভাবিব নেলাগে। মই নোকোৱাকৈয়ে তাই মোৰ কাপোৰ-কানি ইস্ত্ৰি কৰি থয় আৰু জোতাৰ গোৰোহা তললৈ বহা যেন দেখিলেই মুচী মতাই আনি ঠিক কৰি দিয়ায়। মই হাঁচি এটা মাৰিব হে লাগে, যতে যিহকে কৰি থাকক তাৰে পৰা তাই আহি মোক সুধিবহি, দেউতা, আপোনাৰ পানী লাগিছে নে কি?"

এইবাৰ ভুবনচন্দ্ৰৰ পাল, কিন্তু তেৰেঁা পিছপৰা নহয়। তেওঁ গহীনকৈ কলে, "আপোনালোকে ইমান চাৰ্টিফিকেট দিয়া এজনী বোৱাৰীয়েও মোৰ বোৱাৰীজনীৰ জোৰ নেপায়। তাইৰ বাবেই মই ইমান আয়মত আছোঁ।"

পুণ্যধৰে টপৰাই মাত লগালে, "কেনেকৈ? আপোনাৰ বোৱাৰীয়েক তো আপোনাৰ লগত নেথাকে, গিৰীয়েকৰ লগত ডুমডুমাৰ ফালে কোনোবা বাগিচাত হে থাকে।"

"সেইদেখিয়েই তো কৈছোঁ মোৰ বোৱাৰীজনীৰ জোৰ আপোনালোকৰ বোৱাৰীয়ে নেপায়। বাগিচাৰ পৰাই তাই মোৰ তদাৰক কৰি থাকে। সাদিনে দহ দিনে মোলৈ পাৰ্চেল আহিয়েই থাকে শান্তিৰ পৰা—বিধে বিধে আচাৰ, নাৰিকলৰ লাৰু, পিঠা, কেক। মোলৈ দঢ়াই চিঠি লিখে শৰীৰৰ যত্ন লবলৈ। চিঠি দিয়া মোৰ

দেৰি হলে আৰু ৰক্ষা নাই, টেলিগ্ৰাম কৰি সুধিব মই কেনে আছোঁ। বাৰে বাৰে চিঠিত লিখিব মই বাগিচাত গৈ সিহঁতৰ লগত থাকিব লাগে। কিন্তু মই আপোনালোকক আৰু এই তাচ-খেল এৰি তাত থাকোঁগৈ কেনেকৈ ?"

"এতিয়া বিহুত তেনেহলে ভালকৈয়ে আহিব আপোনালৈ বিহুৰ পিঠা ?"

"কব লাগিছে নে আৰু ?"

"তেনেহলে যাম আমি বিহুৰ দিনা আপোনাৰ তাত বিহু খাবলৈ। কি কোৱাঁ হে পুণ্য ? আপুনি কি কয় ?"

শান্তিৰামে উছাহেৰেই কৈ উঠিল, "কি কয় বুলি সুধিব লাগিছে নে আমাক ? আমি ৰাজী। পিছে কি কি খুৱাব আমাক বৰুৱাই ?"

ভুবনচন্দ্ৰই সুধিলেই, "আপোনালোকে বা কি কি খাব খোজে ?"

"আপুনি যিহকে খুৱায় আমি তাকে খাম। কিন্তু আন যিহকে খুৱক আমাক লাগিব আপোনাৰ বোৱাৰীয়েকে পঠোৱা বিহুৰ পিঠা। লুচি-পুৰি সন্দেশ-ৰসগোলা যিহকে খুৱক বিহুৰ দিনা বিহুৰ পিঠা নেখালে বিহু বিহু যেন নেলাগে।"

"নিশ্চয় খুৱাম আপোনালোকক শান্তিয়ে পঠোৱা বিহুৰ পিঠাকে বিহুৰ দিনা। তেনেহলে পৰহিলৈ মোৰ ঘৰত আপোনালোকৰ নিমন্ত্ৰণ থাকিল। পৰহিলৈ আবেলি, এই ধৰক চাৰি আৰু পাঁচ বজাৰ ভিতৰতে। মই আৰু বেলেগে খবৰ দিব লাগিব নে কি ?"

"নাই, নেলাগে। আপোনাৰ নিমন্ত্ৰণ আমি সাদৰেৰে গ্ৰহণ কৰিলোঁ।"

॥ ২ ॥

ভুবনচন্দ্ৰই তেওঁ বহি থকা খোটালীটোৰ খিৰিকীবিলাকৰ পৰ্দাবোৰ ওপৰলৈ তুলি দিলে। মণিৰামে ডাকঘৰৰ পৰা নিৰাশ হৈ ঘূৰি অহাৰ কথা তেওঁক জনালত তেওঁৰ গৰম লাগি গল।



মণিৰামে আৰু কিবা তেওঁক কব খুজিছিল, তেওঁ শুনিবলৈ একো আগ্ৰহ প্ৰকাশ নকৰিলে। সি একো নকৈ তাৰ পৰা আঁতৰ হল।

আৰামী চকীখনৰ বাউসী দুডালত ভৰি দুটা তুলি আৰু মূৰটো আলসুৱাকৈ চকীখনৰ বুকুত থৈ তেওঁ উদাস দৃষ্টিৰে বাহিৰৰ ফালে চাই ৰল। শিলেৰে বন্ধোৱা ৰাস্তাটোৰেদি কত যান-বাহনে ঢাপলি মেলিলে, লৰা-বুঢ়া-ডেকা-গাভৰু কত মানুহ আহিল আৰু গল, কিন্তু সেইবিলাক একোলৈকে তেওঁ মন নকৰিলে। সেইবিলাকলৈ মন কৰিব পৰা অৱস্থা তেওঁৰ তেতিয়া নাই।

ভুবনচন্দ্ৰই ভাবিলে, এনে হল কিয় ? শান্তি এনেকুৱা কিয় হল ? আগেয়ে তো এনে নাছিল। কথাই-বতৰাই, আচাৰে-ব্যৱহাৰে কিমান মৰমলগা আছিল শান্তি তেওঁৰ বোৱাৰীয়েক হৈ যেতিয়া এইখন ঘৰত প্ৰথমে সোমাইছিলহি। যেয়ে আহি শান্তিক দেখিছিল আৰু শান্তিৰ লগত দুআষাৰ কথা পাতিছিল সেয়ে মোহ গৈছিল। তেওঁ বোলে তেওঁৰ একমাত্ৰ পুতেকলৈ এজনী ছোৱালীৰ লগৰ ছোৱালী বিয়া কৰালে।

বঢ়িয়াকৈ মনত আছে ভুবনচন্দ্ৰৰ। বিয়াৰ পিচত জয়ন্তকুমাৰে যিদিনা ঘৈণীয়েকক লৈ যোৰহাটলৈ যাবলৈ ওলাল সেই দিনা ভুবনচন্দ্ৰই পুণ্যধৰ কাকতীৰ ঘৰত তাচ খেলি থাকোঁতে কবই নোৱাৰিলে সময় কেনি গল। এবাৰ ঘড়ীটো চাই দেখে যে বাজে বাজে, আৰু চাৰে ন বজাত গাড়ী এৰিবই। তেওঁ লৰালৰিকৈ পোন-ছাটে ৰেলৰ ষ্টেছন পালেগৈ। জয়ন্ত আৰু শান্তিক তেওঁ দূৰৰ পৰাই দেখা পালে প্লেটফৰ্মত ৰৈ থকা। তেওঁ সিহঁতৰ ওচৰ চপা মাত্ৰকে শান্তিয়ে ধূলি-মাকতিৰে ভৰা সেই প্লেটফৰ্মৰ ওপৰতে আঠু কাঢ়ি তেওঁক সেৱা কৰিলে।

ভুবনচন্দ্ৰই বোৱাৰীয়েকৰ মূৰ চুই আশীৰ্বাদ দিয়াৰ পিছত শান্তিয়ে থিয় দিলে আৰু তলমূৰকৈ শহুৰেকৰ ফালে চালে।

"দেউতা।"

"কি ? কিবা কবা নে কি মোক ?"

"আপুনি খং নকৰে যদি কথা এটা কব খোজোঁ।"

"কোৱাঁ কি কব খুজিছাঁ। খং কৰিম কেলেই ?"

জয়ন্তই বাটত পঢ়িবলৈ কিবা কিতাপ-পত্ৰ কিনিবলৈ বুকষ্টলটোৰ ফালে যোৱা দেখি ভুবনচন্দ্ৰই তাক তেওঁলৈকো কিবা এখন কিনি আনিবলৈ কলে, কিবা এখন নপঢ়িলে ৰাতি বহুত পৰলৈকে তেওঁৰ লাগিলে টোপনিয়েই নাহিব। শান্তিলৈ চাই তেওঁ কলে, "তোমালোক নথকাত ঘৰখন বৰ উকঙা উকঙা লাগিব নহয়।"

শান্তিয়ে কলে, "খং নকৰে যেতিয়া কওঁ বাৰু। আপুনি ৰাতি ইমান পৰলৈকে বাহিৰত নেথাকিব। সোনকালে ঘৰলৈ আহি ভাত-পানী খাই শুই থাকিবহি। আপুনি ইয়াত থাকিল আৰু আমি যোৰহাটত থাকিবলগীয়া হলোঁ। অকলে আপোনাক ইয়াত এৰি যাবলৈ মোৰ ভালকে লগা নাই।"

"লাগিব ভাল শান্তি, ভাল লাগিব, মোৰ বাবে তুমি একো চিন্তা নকৰিবা। মণিৰাম থাকে মানে মোৰ একোলৈকে চিন্তা নাই। যি কেইটা দিন জীয়াই থাকোঁ এনেকৈ অকলৈয়ে থাকিব লাগিব। মই তাৰ বাবে সাজু।"

ভুবনচন্দ্ৰ বিপত্নীক। পুতেকলৈ শান্তিক বিয়া কৰাই অনাৰ এবছৰৰ আগতে সাবিত্ৰী ঢুকাল—প্ৰকৃততে সাবিত্ৰী ঢুকুৱা বাবে হে জয়ন্তৰ বিয়া এবছৰ পিচুৱাই দিব লগা হল। কোনো কোনোৱে কৈছিল আৰু বামুণেও বিধান দিছিল ছমাহৰ পিচতে বিয়া পাতিব বুলি। ভুবনচন্দ্ৰই ঘূৰি সুধিলে, "ছমাহ কেলেই ? এমাহৰ পিচতে বা এমাহৰ ভিতৰতে বিয়া পাতিব নোৱাৰি জানো ?" তেওঁ কলে তেওঁ পুৰণি ধৰণৰ মানুহ, পুৰণি ধৰণেৰেই এতিয়াও চলিব। শান্তিৰ দেউতাকলৈ চিঠি দি তেওঁ জনালে ঘৈণীয়েকৰ বছেৰেকীয়া শ্ৰাদ্ধৰ পিচত হে জয়ন্তৰ বিয়া হব পাৰিব, তাৰ আগতে হব নোৱাৰে। তেওঁলোকে যদি সিমান দিন ৰব নোৱাৰে তেনেহলে শান্তিক ইচ্ছা



কৰিলে আন ঠাইতে বিয়া দিব পাৰে। তেওঁ বেয়া পাব সঁচা, কিন্তু একো আপত্তি নকৰে।

কৰুণাকান্ত শইকীয়াই উত্তৰত লিখিলে যে শান্তিক আন ঠাইত বিয়া দিয়াৰ প্ৰশ্ন উঠিবই নোৱাৰে। জয়ন্তৰ লগত হে শান্তিৰ বিয়া হব। তাৰ কাৰণে তেওঁলোক অৰ্থাৎ তেওঁ আৰু তেওঁৰ পৰিবাৰ আৰু শান্তিৰ ককায়েক নবৌয়েক এবছৰ ৰবলৈ ৰাজী। পাছত তেওঁ যেন আকৌ চৌঠেঙীয়া নকৰে। তেনে ভাৱ থাকিবৰ কথা নাই, যদি কৰবাত কেনেবাকৈ আছে যেন অনুগ্ৰহ কৰি জানিবলৈ দিয়ে।

ভুবনচন্দ্ৰই আকৌ কৰুণাকান্তলৈ চিঠি লিখিব লগাত পৰিল। তেওঁ কৰুণাকান্তক জনাই দিলে তেনে ভাব যেন তেওঁ মনলৈকে নানে। শান্তিকে হে জয়ন্তলৈ বিয়া কৰাবৰ তেওঁৰ ইচ্ছা। সাবিত্ৰীয়েও তেওঁক সেই কথা কৈ গৈছে, আৰু সাবিত্ৰীৰ ইচ্ছা তেওঁ পূৰণ কৰিবই লাগিব। সাবিত্ৰীয়ে নিজে কথা দি আহিছে শান্তিক জয়ন্তলৈ বিয়া কৰাব বুলি। সাবিত্ৰী এতিয়া নেথাকিলেও সাবিত্ৰীৰ সেই কথাৰ লৰচৰ নহয়।

শান্তিক চাবলৈ শান্তিহঁতৰ ঘৰলৈ যাওঁতে ভুবনচন্দ্ৰই বাহিৰত কৰুণাকান্তৰ লগত কথা পাতি থাকিল, কিন্তু সাবিত্ৰী একেবাৰে ভিতৰ পালেগৈ। ভিতৰত শান্তিক চাই পচন্দ কৰি সাবিত্ৰীয়ে শান্তিক সুধিলে, "আমাৰ ঘৰলৈ যাবা শান্তি, ছোৱালী নোহোৱা আমাৰ ঘৰখন শুৱনী কৰি তুলিবলৈ ?"

অন্তৰৰ সকলো অনুভূতি লাজ-সঙ্কোচৰ আভাৰে ৰঙীন কৰি তুলি শান্তিয়ে কওঁ-নকওঁকৈ লাহে লাহে কলে, "আপুনি নিয়ে যদি যাম মা।"

সাবিত্ৰীয়ে শান্তিক বুকুলৈ চপাই আনি দুগালত চুমা খাই দিছিল।

॥ ৩ ॥

জয়ন্ত যোৰহাটত তিনি বছৰমান আছিল আৰু ইয়াৰ ভিতৰত শান্তিৰে সৈতে থকা কালত চাৰিটা বিহু পাইছিল। দুটা বহাগ বিহু আৰু দুটা মাঘ বিহু। মাঘ বিহুত জয়ন্তহঁত এবাৰ আহি ভুবনচন্দ্ৰৰ লগত আছিল আৰু তেতিয়া যে শান্তিয়ে তেওঁক কিমান যত্ন কৰিছিল, কত ৰকমে ৰান্ধি-বাঢ়ি তেওঁক খুৱাইছিল। মণিৰামেও ভালকে ৰান্ধে। তাক শান্তিয়ে আৰু ভাল ৰান্ধিব পৰা কৰি তুলিছিল।

ভুবনচন্দ্ৰৰ মনত আছে মাঘ বিহুৰ দিনা পুৱা গা ধুই উঠি নতুন কাপোৰ এসাজ পিন্ধি শান্তিয়ে তেওঁক ভৰি ছুই সেৱা কৰিছিলহি। তেওঁ খকুমকুকৈ কৈ দিছিল, "নেলাগে নেলাগে, নেলাগে কৰিব মোক সেৱা।" যদিও মনে মনে তেওঁ বৰ ভাল পাইছিল। শান্তিয়ে উত্তৰত কৈছিল, "কেলেই কৰিব নেলাগিব সেৱা? বিহু তো সদায় নাহে। আপোনাক সেৱা নকৰি এনে হেন মাঘ বিহুটো অথলে যাবলৈ দিম কিয়?" কোমল ৰ'দত চিকমিকাই উঠা নিয়ৰৰ টোপালৰ দৰেই তেওঁৰ মনটো চিকমিকাই উঠিছিল।

দুপৰীয়া ভাত খোৱাৰ কথাকে ভাবিছিল জয়ন্ত আৰু শান্তিয়ে, নিৰামিষীয়া ভাত। ভুবনচন্দ্ৰই কলে, "ভাত খাব খুজিছাঁ যেতিয়া খোৱাঁ তোমালোকে ভাতকে। মই হলে ভাত নেখাওঁ, বিহুৰ দিনা দুপৰীয়া আগে-পিছে মই জলপানকে খাইছোঁ, আজিও জলপানকে খাম। কিবা অলপ-অচৰপ কৰিবা মোৰ কাৰণে।"

কিন্তু জয়ন্ত আৰু শান্তিয়েও ভাত নেখাই জলপানকে খালে। শান্তিয়ে শহুৰেকক কৈছিল, "আপুনি যেতিয়া ভাত নেখায়। আপোনাক এৰি আমি ভাত খাম নে? আমিও আপোনাৰ লগত জলপানকে খাম।" মণিৰামক ওচৰ চাপিবলৈ নিদি শান্তিয়ে নিজে পৰিবেশন কৰি শহুৰেকক লুচি-দাইল-ভাজি আৰু দৈ-ক্ৰীম খুৱালে।



শহুৰেকক খাবলৈ বিধে বিধে যিখিনি পিঠা আৰু মিঠাই দিছিল তাৰ সৰহখিনি পৰি থাকিল, তেওঁ খাব নোৱাৰিলে।

বাকী তিনিটা বিহুত শান্তিয়ে শহুৰেকলৈ বিহুৰ পিঠা আৰু নাৰিকলৰ লাৰু পঠিয়ালে। এটা বিহুতো ইয়াৰ ব্যতিক্ৰম নহল। বহাগ বিহুত পিঠাৰ লগতে শান্তিয়ে শহুৰেকলৈ পঠিয়ালে নিজ হাতে বোৱা ফুলাম গামোচা। বিহু ওচৰ চাপিলেই ভুবনচন্দ্ৰই জানে শান্তিয়ে পঠোৱা বিহুৰ পিঠা ওলাবহি আৰু বিহুলৈ দুই-তিনি দিনমান থাকোঁতেই ডাকঘৰৰ পিয়নে বিহুৰ পিঠাৰ পাৰ্চেলটো তেওঁক দি যায়হি। এবাৰ কোনোবা মানুহৰ হাততে শান্তিয়ে দি পঠাইছিল শহুৰেকলৈ বিস্কুটৰ টিন এটাত ভৰাই ওপৰত কাপোৰেৰে মেৰিয়াই চিলাই কৰি এটিন বিহুৰ পিঠা আৰু নাৰিকলৰ লাৰু।

জয়ন্তই এইডেড হাইস্কুলত মাষ্টৰি কৰিছিল। দৰমহা কম, তাৰ ভিতৰৰ পৰাই ঘৰৰ ভাৰাও দিব লাগে। আন উপাৰ্জ্জন নাই। দেউতাকে দিব খুজিছিল, কিন্তু দেউতাকৰ পৰা সহায় লবলৈ জয়ন্তই ভাল নেপালে। দেউতাকৰ চিঠিৰ উত্তৰত জয়ন্তই লিখিলে, "এতিয়া মই হে আপোনাক টকা-পইচা দিব লাগে। এনেস্থলত আপোনাৰ পৰা লোৱাটো নুশুৱায়। মাহে মাহে যি ৰাহি হয় সাঁচি থৈ দিয়ক, আমালৈ পঠাব নেলাগে। কামৰ পৰা অৱসৰ ললে সেই টকা আপোনাৰ কামত আহিব।" দেউতাকে আৰু একো নিলিখিলে। প্ৰাইভেট টিউছন এটা জয়ন্তই পাইছিল। কিন্তু পঢ়াবলগীয়াজন ছাত্ৰ নহৈ ছাত্ৰী হোৱাত শান্তিৰ আপত্তি উঠিল আৰু পাৰিবাৰিক অশান্তি হয় বুলি জয়ন্তই ছোৱালীজনীক পঢ়ুৱাবলৈ সন্মত নহল।

চাকৰৰ অসুবিধা প্ৰায়েই আছিল। কোনো কোনো সময়ত সাক্ষীগোপাল স্বৰূপেও কোনো চাকৰ নাছিল আৰু তেতিয়া ঘৰখনৰ ভিতৰুৱা সকলো কাম শান্তিৰ ওপৰতে পৰিছিল—পুৱা ঠাই সৰাৰ পৰা আৰম্ভ কৰি ভাত-পানী ৰান্ধি খুৱাই জয়ন্তক স্কুললৈ পঠোৱালৈকে আৰু তাৰ পিছত আবেলি চাহ-জলপান কৰি ৰাতি

ভাত-পানী ৰান্ধি ছুয়ো খাই-বৈ কাঁহী-বাটি ধুই-মেলি থানথিত লগাই থোৱালেকে। ভুবনচন্দ্ৰই বোৱাৰীয়েকলৈ লিখিলে, "চাকৰ নাই যেতিয়া ইমানবিলাক কামৰ ওপৰত মোলৈ বিহুত পিঠা-পনা নপঠালেও হব। গামোচাও বিহুত পঠাব নেলাগে মোলৈ।"

শান্তিয়ে উত্তৰ দিলে, "আপুনি একো নেভাবিব দেউতা। কামলৈ মই ভয় নকৰোঁ। কামে মানুহক নেখায়, মানুহেহে কামক খায়।"

॥ ৪ ॥

জয়ন্তই বকুলটিং বাগিচাত কাম কৰা আজি প্ৰায় পাঁচ বছৰেই হল। এবছৰ কাম কৰাৰ পিছত পোন্ধৰ দিন ছুটী পাই সিহঁত ছুয়ো ভুবনচন্দ্ৰৰ লগত গুৱাহাটীত আছিলহি। ইয়াৰ ভিতৰতে তেওঁ কামৰ পৰা অৱসৰ লৈছিল আৰু নতুনকৈ খোলা কোম্পানী এটাত কাম এটা লোৱাৰ কথা ভাবিছিল। শান্তিয়ে গম পাই শহুৰেকক কলে, "ইমান দিন কামকে কৰিলে দেখোন, এতিয়া নকৰিলে নহয় নে? আপোনাক এতিয়া জিৰণি হে লাগে, কাম নেলাগে।"

"এনেয়ে থকাতকৈ কাম কৰি থাকিলে গা-মন ভালে থাকে। সেই দেখি কামটো লোৱাৰ কথা ভাবিছোঁ, কিন্তু একো থিৰাং কৰা নাই। কোম্পানীৰ তৰফৰ পৰা মোক কোৱাইছে, মই নিজে কাম বিচাৰি যোৱা নাই। তুমি আপত্তি কৰিছা যেতিয়া নলওঁ বাৰু কাম।"

শান্তিয়ে শুনি ভাল পালে আৰু শহুৰেকক আৰু এটা অনুৰোধ জনালে, "আপুনি আমাৰ লগতে বলক বাগিচালৈ, তাতে আমাৰ লগতে থাককগৈ। বাগিচাত থাকি ভাল পাব। আমাৰ ঘৰতে গাখীৰ হয়, শাক-পাচলিও বাৰীতে কৰোঁ, কুকুৰাও পুহিছোঁ কেইটামান। আপুনি কোনো কথাতে অসুবিধা নেপায়। এই



ঘৰটো ভাৰাত দিব পাৰিব আৰু দিলে নাই নাই বুলিও আঢ়ৈশমান টকা মাহে পাব। ইয়াত যিহে ঘৰৰ ভাৰা।"

"তোমাৰ কথা শুনি লোভ লাগিলেও বাগিচালৈ যাবৰ মন নাই— এতিয়া তোমালোকৰ লগত তো নেযাওঁৱেই, গলে বাৰু পিছতে যাম। তোমালোকৰ লগত বাগিচাত মাজে মাজে গৈ থাকিলে হে ভাল লাগিব, সদায় থাকিবলৈ ভাল নেলাগিব। সেই দেখি সদায় থকাকৈ তালৈ নেযাওঁ আৰু ঘৰটোও ভাৰা নিদিওঁ। ঘৰ ভাৰা দি টকা নঘটো।"

ভুবনচন্দ্ৰ থাকিল আৰু জয়ন্তহঁত বকুলটিঙলৈ গুচি গল। পুতেক-বোৱাৰীয়েকক কেইদিমানৰ কাৰণে পাই তেওঁৰ বৰ ভাল লাগি গৈছিল। বিশেষকৈ আঢ়ৈ-বছৰীয়া নাতিয়েকটোৱে তেওঁৰ হিয়াৰ এডুখৰি ঠাই এনেদৰে অধিকাৰ কৰি লৈছিল যে তাৰপৰা এৰাএৰি হব লগা হোৱাত বুঢ়াই মৰ্ম্মান্তিক বেজাৰ পাইছিল। কিন্তু তেওঁৰ আচৰিত লাগিছিল যে যাবৰ দিনা শান্তিয়ে তেওঁক সেৱা নকৰিলে।

যোৰহাটত জয়ন্তহঁত থাকোঁতে ভুবনচন্দ্ৰ এবাৰ পুতেক-বোৱাৰীয়েকৰ লগত আছিলগৈ। সিহঁত থকা ঘৰটোত সোমোৱা মাত্ৰকে শান্তিয়ে তেওঁক সেৱা কৰিছিলহি, আৰু যিদিনা তেওঁ ঘৰলৈ আহিবলৈ ওলাইছিল সেই দিনাও শান্তিয়ে তেওঁক সেৱা কৰিবলৈ পাহৰা নাছিল। ছুয়ো মৰিয়নীলৈ আহি তেওঁক ৰেলত তুলি থৈ গৈছিল। তেওঁ বাটত খাবলৈ একো দিব নেলাগে বুলি কৈছিল। পিছদিনা ছুপৰীয়া ঘৰতে ভাত খাবগৈ পাৰিব আৰু পুৱা ৰেলতে চাহ খাব। শান্তিয়ে নুশুনিলে। শান্তিয়ে কলে, "বাটত নেখালে ঘৰতে খাবগৈ, এই কেইটা তিলৰ পিঠা আৰু এই কেইটা নাৰিকলৰ লাৰু দিলোঁ।" তেতিয়া কঙালি কাতি বিহু পাৰ হৈ গৈছিল, মাঘ বিহু আৰু বহাগ বিহুলৈ বহুত দিন আছিল।

বাগিচাত জয়ন্তই ভাল দৰমহা পায়। প্ৰথমটো বহাগ বিহুত ভুবনচন্দ্ৰলৈ ডুমডুমা ডাকঘৰৰ চাব-মোহৰ মৰা ছুটা পাৰ্চেল আহিল।

এটাৰ পৰা ওলাল ভাল মিহি চুৰিয়া এখন, পাঞ্জাবীৰ কাৰণে বগলীৰ পাখি যেন বগা পাতল আদ্দিৰ কাপোৰ এডোখৰ, ফুলাম গামোচা এখন আৰু বেলেগে মণিৰামৰ কাৰণে এডোখৰ কামিজৰ কাপোৰ আৰু এখন গামোচা। ইটো খুলি ভুবনচন্দ্ৰই পালে ঘিলা পিঠা, তিলৰ পিঠা, নাৰিকলৰ লাৰু আৰু এটা কেক। চিঠিত শান্তিয়ে লিখিলে কেকটোও তাই নিজেই কৰিছে, খাই কেনে পায় জনাব। শহুৰেককৈ বিহুৰ বাবে ভক্তিপূৰ্ণ সেৱা জনাই শান্তিয়ে চিঠি সামৰিলে।

শান্তিয়ে বাৰে বাৰে লিখাত ভুবনচন্দ্ৰ গল বকুলটিঙত পুতেক-বোৱাৰীয়েকৰ লগত কেইদিনমান থাকি আহিবলৈ। বাগিচাত দুৰ্গা পূজা পাতিছে, আৰু আশে-পাশে বাগিচাবিলাকতো হৈছে পূজা। জয়ন্তহঁতে গধূলি পূজা চাই ফুৰিছে, ডিগবইলৈকো গৈছে পূজা চাবলৈ, ক্লাবলৈ তো গৈছেই। ভুবনচন্দ্ৰক সিহঁতে লগ লৈছিল, কিন্তু তেওঁ যাবলৈ ভাল নেপালে, "তেনেদৰে পূজা চাই ফুৰাৰ দিন মোৰ নাই, তোমালোকেই চোৱাঁগৈ, মোৰ ভাত-পানীৰ দিহা কৰি যাবা মাথোন। তোমালোক আহোঁতে বা কিমান ৰাতি হয়।" ভাত-পানীৰ ভাল দিহাকে কৰি গৈছিল শান্তিয়ে আৰু খানচামাই জুতি লগাই ৰন্ধা সেই ভাত-পানী খাই তেওঁ সিহঁত আহি পোৱাৰ আগতে শুই পৰিছিল। বটলাৰ বা বয়টোৱেই তেওঁক খাবলৈ দিছিল। শান্তি ঘৰত থাকিলেও ভাত খাওঁতে ভুবনচন্দ্ৰই শান্তিক ৰবকৈ নেপাইছিল, আৰু আগৰ দৰে "ইটো খক সিটো খক" বুলি শান্তিয়ে তেওঁক খুৱাবলৈকো যেন পাহৰি গৈছিল। কথাটো ভুবনচন্দ্ৰই বুজিছিল যে আগৰ শান্তি এতিয়া আৰু নাই।

ডিগবইত ইঞ্জিনীয়াৰ কাম কৰা সুবিমল গুপ্ত ঘৈণীয়েকক লৈ আহিল এদিন বকুলটিঙলৈ। ভুবনচন্দ্ৰক দেখি আৰু তেওঁ জয়ন্তৰ দেউতাক বুলি জানি ইঞ্জিনীয়াৰ-পত্নীয়ে তেওঁক ভৰি ছুই সেৱা কৰিলে। তেওঁ অলপ আচৰিতেই হল, যদিও তেওঁৰ বৰ ভাল



লাগিল। লতিকাই জনালে যে জয়ন্তই তাইৰ ককায়েকৰ লগত একেলগে কলিকতাত বি-এ পঢ়িছিল। সেই সমন্ধতে জয়ন্ত এতিয়া তাইৰ ককায়েক। জয়ন্তক ককায়েক কৰিয়ে তাই যোৱা বছৰ "ভাইফোটা" পাতিলে, এইবাৰো পাতিব। লতিকাই ভুবনচন্দ্ৰক নিমন্ত্ৰণ কৰিলে ডিগবইত সিহঁতৰ ঘৰত এবাৰ ভৰিৰ ধূলি দি আহিবলৈ।

ভুবনচন্দ্ৰক লতিকাই সেৱা কৰোঁতে সেইখিনিত শান্তি নাছিল। পিছত সম্ভৱতঃ জয়ন্তৰ পৰাই শান্তিয়ে গম পালে, আৰু গম পাই ভুবনচন্দ্ৰক সুধিলে, "হয় নে দেউতা, লতিকাই বোলে আপোনাক সেৱা কৰিলে?"

"এৰা কৰিলে। বৰ ভাল সঁচা ছোৱালীজনী, এনে মিঠা কথা-বতৰা, এনে অমায়িক ব্যৱহাৰ। বৰ ভাল লাগিল ছোৱালীজনীৰ লগত কথা পাতি।"

শান্তিয়ে একো নেমাতিলে। কিন্তু শান্তিৰ চকু-মুখত যি ভাব প্ৰকাশ পালে সি ইতিকিঙৰ ভাব, যেন লতিকাই ভুবনচন্দ্ৰক সেৱা কৰাটো ইতিকিং কৰিবলগীয়া কথা। সেৱা কৰাটো যেন অন্তঃসাৰশূন্য কিবা এটা কথা, ইয়াৰ একো মূল্য নাই।

॥ ৫ ॥

ভুবনচন্দ্ৰই মাতিলে, "মণিৰাম।"

"কি দেউতা?"

"তেনেহলে উপায়?"

"কিহৰ উপায়?"

"কাইলৈ যে কাকতীহঁতক বিহু খাবলৈ মাতিলোঁ। পিছে শান্তিয়ে দেখোন বিহুৰ পিঠা-পনা একোকে নপঠালে। তেওঁলোক আকৌ আহিব শান্তিয়ে পঠোৱা বিহুৰ পিঠা খাবলৈ হে।"

"এতিয়াও সময় পাৰ হৈ যোৱা নাই নহয় বিহুৰ পিঠা আহিবলৈ। কোনোবা মানুহৰ হাততো শান্তি আইদেৱে পঠাই দিব পাৰে।"

কথাষাৰত ভুবনচন্দ্ৰই গুৰুত্ব নিদিয়া যেন দেখি মণিৰামে কলে, "কেলেই, সেইবাৰ দেখোন বকুলটিং বাগিচাৰ ডাক্তৰৰ লৰাটোৰ হাততে আপোনালৈ বিহুৰ কাপোৰ আৰু বিহুৰ পিঠা পঠিয়াই দিছিল।"

হয় পঠাইছিল, কিন্তু তাৰ পিছত ডাকতে বা মানুহৰ হাততে বিহুৰ পাৰ্চেল ভুবনচন্দ্ৰলৈ অহা নাই। প্ৰথমতে মাঘ বিহুত পিঠা পঠোৱা বন্ধ হৈ গৈছিল, তাৰ পিছত বন্ধ হৈ গল বহাগ বিহুত বিহুৱান পঠোৱা। দুটা বহাগ বিহু উকাকৈয়ে পাৰ হৈ গল, এইবাৰো তাৰ ব্যতিক্ৰম হোৱাৰ আশা নাই।

ভুবনচন্দ্ৰই এটা হুমুনিয়াহ কাঢ়িলে। মণিৰামে মাত লগালে, "একো নেভাবিব দেউতা। ভাবি মন বেয়া নকৰিব। মোৰ মনে কৈছে বিহুৰ পাৰ্চেল এইবাৰ আপোনালৈ আহিব। বিহুত আমি শান্তি আইদেৱে পঠোৱা পিঠাকে খাবলৈ পাম।"

"তই দেখোন যোৱাবাৰো কৈছিলি বিহুৰ পিঠা শান্তিয়ে পঠাব বুলি, ক'তা দেখোন নপঠালে? তাৰ আগৰ বছৰো নাহিল বিহুৰ পিঠা।"

মণিৰাম হাৰ মানিবৰ পাত্ৰ নহয়। সি কলে, "কথা ওলাইছে যেতিয়া কওঁ বাৰু, নহলে মোৰ কবৰ মন নাছিল। যোৱাবাৰ শান্তি আইদেৱে আপোনালৈ বিহুৰ পাৰ্চেল ঠিকেই পঠাইছিল, ডাকত নহয়, মানুহৰ হাতত। শান্তি আইদেউৰ ভায়েক লগৰ লৰা কেইটামানক লৈ ডিগবই চাবলৈ গৈ বকুলটিঙত এৰাতি নে দুৰাতি আছিল। ভায়েকৰ হাততে পঠাই দিছিল আপোনালৈ বিহুৰ পাৰ্চেল। পিছে ৰেলত আহোঁতে বাটত লগৰীয়া কেইটাই টিন খুলি পিঠা আৰু নাৰিকলৰ লাৰু আটাইখিনি খাই শেষ কৰি পেলালে। শান্তি আইদেউৰ ভায়েকে পিছত মোক কথাটো কলে, মই আপোনাক কবলৈ আৰু ভাল নেপালোঁ।"



"বাৰু তোৰ কথাই মানিলোঁ, বিহুৰ পিঠাখিনি সিহঁতৰ পেটত গল। বিহুৰ বিহুৱান গল কলৈ? বিহুৰ বিহুৱানো সিহঁতে লৈ থলে নে কি?"

"এৰা দেউতা, মোৰে ভুল হল। মই বিহুৱানৰ কথা শান্তি আইদেউৰ ভায়েকক সুধিবলৈ পাহৰিলোঁ। এতিয়া ইয়াত নাই তেওঁ, নহলে তেওঁক সুধি মই আপোনাক জনালোঁহেতেন। কি ঠিক দেউতা, যেনে হে দিন-কাল পৰিছে নতুন চুৰিয়া এখন আৰু গামোচা এখনৰ লোভ সতকাই এৰা টান। মই আকৌ শান্তি আইদেউৰ ভায়েকৰ কথা কোৱা নাই দেই, লগত যোৱা লগৰীয়া কেইটাৰ কথা হে কৈছোঁ।"

ভুবনচন্দ্ৰই একো নেমাতিলে। তেওঁ মাথোন ভাবিলে শান্তি এনেকুৱা কেলেই হল? যোৰহাটত জয়ন্তই মাষ্টৰি কাম কৰোঁতে তেওঁৰ প্ৰতি শান্তিৰ যি মৰম-শ্ৰদ্ধা আৰু আগ্ৰহ আছিল সেই মৰম-শ্ৰদ্ধা আৰু আগ্ৰহ বকুলটিঙলৈ যোৱাৰ পিছৰ পৰা কমি গল কিয়? কমি যোৱা নাই নো কি? বিহুত বিহুৱান আৰু পিঠা পাঠোৱাৰ কথা বাৰু তেওঁ এৰিয়েই দিছে, বিহুত সেৱা জনাই চিঠি এখনো দিব নোৱাৰে নে শান্তিয়ে? চিঠি দিবলৈকে যে শান্তিয়ে কমাই দিলে। তেওঁ এবাৰ চিঠি নিদিয়াৰ কাৰণ সুধি পঠোৱাত শান্তিয়ে লিখিলে যে চিঠি দিবলৈ সময়েই নোলায়, সৰু লৰা-ছোৱালীহালৰ জেওা মাৰোঁতেই তাই বোলে হাইৰাণ। অথচ লৰা-ছোৱালীহাল চাবলৈ দুজনীকৈ আয়া। ডাঙৰ লৰাটো তো শ্বিলঙতেই থাকে।

যোৰহাটত ঘৰুৱা জঞ্জাল আৰু নানা অসুবিধাৰ মাজত থাকিও কোনো এটা বিহুতো শান্তিয়ে তেওঁক পাহৰা নাছিল। বকুলটিঙত ইমান সুবিধা, কোনো কথাকে ভাবিব নেলাগে, যেতিয়া যি বিচাৰে তেতিয়া তাকে পায়, তথাপি বিহুতো শান্তিৰ তেওঁলৈ মনত নপৰা হল। দুখৰ দিনত শান্তিৰ তেওঁলৈ যি ভাব আছিল সুখৰ দিনত সেই ভাব নেথাকিল কিয়? মানুহৰ অৱস্থা ভাললৈ অহাৰ

লগে লগে মানুহৰ সূক্ষ্ম অনুভূতিবোৰ লোপ পায় নে কি? কালিদাসে কৈছে, "দাৰিদ্ৰ্যদোষো গুণৰাশিনাশি।" কিন্তু ভুবনচন্দ্ৰই ভাবে দাৰিদ্ৰ্যৰ মাজত হে কিছুমান গুণ প্ৰকাশ পায়।

আজি ভুবনচন্দ্ৰ অকলশৰীয়া। সাবিত্ৰী ঢুকুৱাৰ পিছৰ পৰাই তেওঁ অকলশৰীয়া। গৃহিণীজনী নেথাকিলে সকলো মিছা। জীয়াই থাকোঁতে সাবিত্ৰীৰ লগত মাজে-সময়ে ভুবনচন্দ্ৰৰ দন্দ-খৰিয়াল ভালকৈয়ে লাগিছিল, আৰু দুয়ো দুয়োকে কতবাৰ মাত-বোল নকৰাকৈ আছিল। কিন্তু সেই দন্দ-খৰিয়ালতো যে আনন্দ আছিল, আৰু সেই দন্দ-খৰিয়ালে যে জীৱনলৈ আনি দিছিল সুষমা আৰু তৃপ্তি। আজি যদি সাবিত্ৰী জীয়াই থাকিলেহেতেন তেওঁ অকল কাকতীহঁতক কিয়, আন বন্ধু-বান্ধৱকো মাতি বিহু খুৱাব পাৰিলেহেতেন।

ভুবনচন্দ্ৰই আকৌ মণিৰামক মাতিলে। সি আহিলত তেওঁ কলে, "কাকতীহঁতক মাতিলোঁ যে বিহু খাবলৈ, কি কৰোঁ এতিয়া?"

"খাবহি বিহু তেওঁলোকে। আপুনি একো ভাবিব নেলাগে।"

॥ ৬ ॥

বৰ যত্ন কৰি ভুবনচন্দ্ৰই তেওঁৰ তিনি বন্ধু পুণ্যধৰ, শান্তিৰাম আৰু অনাদিচৰণক বিহু খুৱালে আৰু তেওঁলোকেও বৰ ফূৰ্তিৰেই খালে। তেওঁলোকৰ লগতে তেৰোঁ খাবলৈ বহিল আৰু মণিৰামে পৰিবেশন কৰিলে। তেওঁলোকে আপত্তি কৰাতো মণিৰামে বিধে বিধে তেওঁলোকক পিঠা খাবলৈ দিলে।

পুণ্যধৰে তিলৰ পিঠা এটাৰ এডোখৰ মুখত ভৰাই কলে, "আপোনাৰ বোৱাৰীয়েকে পঠিয়াই দিছে এইবিলাক বাগিচাৰ পৰা?"

"শান্তিয়ে নপঠালে কোনে পঠাব আৰু?"

কেকডোখৰৰ অকণমান ভাঙি হাতত লৈ শান্তিৰামে মাত লগালে,



"এনে বোৱাৰী আপোনাৰ, আপুনি বৰ কপালী বকৰা। আমাৰ ভাগ্যত হে এনে বোৱাৰী বিধতাই নিলিখিলে।"

সিদিনা বোৱাৰীয়েকৰ বিষয়ে সাজি কোৱা কথাখিনি তেওঁ পাহৰি গল, আৰু এজন বন্ধুৰেও তেওঁক সেই কথাখিনি সোঁৱৰাই দিবলৈ ভাল নেপালে।

নাৰিকলৰ লাৰু এটা মুখৰ ওচৰলৈ নি কিন্তু মুখত নুসুমাই অনাদিচৰণে কলে, "আপোনাৰ বোৱাৰীয়েকক আশীৰ্বাদ কৰিছোঁ যেন এশ বছৰ জীয়াই থাকে আৰু আমি বছৰি বছৰি এনেদৰে বিহু খাবলৈ পাওঁ।"

দূৰৈৰ পৰা কুলি আৰু কেতেকীৰ সুৱদি সুৰ বতাহত ভাহি আহি তেওঁলোকক আপ্লুত কৰি তুলিলে। কিন্তু তাতোকৈ ভুবনচন্দ্ৰক আপ্লুত কৰিলে তেওঁলোকে কোৱা সুৱদি কথাখিনিয়ে। ভুবনচন্দ্ৰৰ ঘৰৰ আগৰ বকুলজোপাৰ পৰা বকুল ফুলৰ মৃদু সুৰভি ওপঙি আহি তেওঁলোকৰ নাকত লাগিছিলহি। পুণ্যধৰে গালে, "কৃষ্ণাইৰ মূৰৰে বকুল ফুল এপাহি নিয়ৰ পাই মুকলি হল ঐ গোবিন্দাই ৰাম।"

ভুবনচন্দ্ৰই তেওঁলোকক নতুন চুৰিয়া এখন, পাঞ্জাবীৰ কাপোৰ এডোখৰ আৰু ফুলাম গামোচা এখন দেখুৱাই কলে, শান্তিয়ে পঠিয়াই দিছে মোলৈ। ইয়ালৈ অহা মানুহ এজন পাই তেওঁৰ হাতত এই-বোৰ মোলৈ দি পঠিয়াইছে। কালি আপোনালোকৰ লগত তাচ খেলি আহি ঘৰ সোমাইছোঁহি আৰু মণিৰামে মোক উলিয়াই দিছে বিহুৰ বিহুৱান আৰু পিঠাৰ পাৰ্চেল। হয় নে অ' মণিৰাম মানুহজনে তোক কি কৈছিল?"

"কৈছিল বোলে লৰালৰিত শান্তি আইদেউৰ চিঠি দিবলৈ সময় নহল, ডাকতে দিব আপোনালৈ চিঠি।"

"মানুহজনক মই লগ পোৱা হলে ভাল আছিল। মোলৈ বৰ লাগিছিল অলপমান মানুহজন।"

"তেওঁ উত্তৰ গুৱাহাটীলৈ যাব লাগে নহয়, ৰয় কেনেকৈ? তথাপিও

ৰল আধাঘণ্টামান। আপুনি সোনকালে অহা হলে তেওঁক লগ পালেহেতেন। তাচ-খেলৰ পৰা আহোঁতে আপুনি ইমান দেৰি কৰে দেউতা।"

এৰা, তাচ-খেলৰ পৰা সোনকালে আহিব লাগিব এতিয়াৰ পৰা। মই যে এতিয়াও তাচ-খেলৰ পৰা ৰাতি দেৰিকৈ আহোঁ শান্তিয়ে জানিলে বৰ বেয়া পাব। নহয় জানো?"

"কেলেই নহয় আকৌ দেউতা?"

বন্ধু তিনিজন ঘৰাঘৰি গলত ভুবনচন্দ্ৰই "মৰমৰ শান্তি" বুলি বোৱাৰীয়েকলৈ এখন চিঠি লিখিলে। তেওঁ বোৱাৰীয়েকলৈ "কল্যাণীয়া শান্ত" বুলি চিঠি নিদিয়ে, "মৰমৰ শান্তি" বুলি হে দিয়ে বৰ মৰমৰ বোৱাৰীয়েক দেখি। তেওঁ লিখিলে, "তুমি পঠোৱা বিহুৱান আৰু বিহুৰ পিঠা পাই বৰ ৰং পালোঁ। আজি আবেলি কাকতীহঁতক তুমি পঠোৱা পিঠা, নাৰিকলৰ লাৰু আৰু কেকেৰে বিহু খুৱালোঁ; তেওঁলোকে খাই ভাল পাই তোমাক আশীৰ্বাদ কৰিছে, আৰু মই তো কৰিছোঁৱেই। লৰালৰিত তুমি চিঠি দিব নোৱাৰিলা বুলি বস্তুখিনি লৈ অহা মানুহজনে মণিৰামক কলে। তোমাৰ চিঠিলৈ বাট চাই ৰলোঁ।"

চিঠিখনৰ তলতে "পুনশ্চ"বুলি ভুবনচন্দ্ৰই আকৌ লিখিলে, "এটা কথাত হে বেয়া পালোঁ। তুমি মোলৈ বিহুৰ বিহুৱান পঠালা, কিন্তু মণিৰামলৈ একো নপঠালা। তালৈকো পাঞ্জাবীৰ কাপোৰ এডোখৰ আৰু গামোচা এখন পঠাব লাগিছিল। মই তাক তোমাৰ হৈ কিনি দিব পাৰোঁ, কিন্তু মই কিনি দিয়া আৰু তুমি পঠোৱা একে কথা নহয়। মোৰ ববীয়াকৈ মই তাক দিছোঁৱেই।"

লিখা হলত চিঠিখন লেফাফাত ভৰাই বিযোগ লিখি বন্ধ কৰি ভুবনচন্দ্ৰই মণিৰামক মাতি কলে, "শান্তি আইদেৱলৈ লিখিছোঁ এইখন চিঠি। এতিয়াই ডাকঘৰত চিঠিৰ বাকচত ভৰাই থৈ আহগৈ।"



মণিৰামে চিঠিখন তেওঁৰ হাতৰ পৰা লৈ তাৰ শোৱা ঠাই পালেগৈ। আছুতীয়াকৈ থকা খোটালী এটাত সি শোৱে। তাতে লাহেকৈ সি চিঠিখন খুলিলে, খুলি পঢ়ি চালে, আৰু পঢ়ি চাই চিঠিখনৰ পিছফালে তাৰ ভোটোকাভোটোক আখৰেৰে বেকা-বেকিকৈ কেইষাৰমান লিখিলে। সি লিখা কথাখিনি জুকিয়াই চমুকৈ কলে এনে হয়—তোমাৰ পৰা বিহুৱান আৰু পিঠা নহাত দেউতাই বেজাৰ পোৱা দেখি মই দোকানৰ পৰা বিহুৰ কাপোৰ কিনি আনিলোঁ দেউতালৈ আৰু পিঠা আদিও যোগাৰ কৰিলোঁ। পাৰ্চেল এটা কৰি তুমি বাগিচাৰ পৰা পঠিয়াই দিছা বুলি দেউতাক দিলোঁ। পাই যে দেউতাৰ কিমান ৰং।

১৯৬৪

# সেই দিন আৰু নাই

॥ ১ ॥

ছপৰীয়া যদিও ৰ'দৰ প্ৰকোপ তেনে নাই। বাচখনৰ পৰা নামি পকা ৰাস্তাটোৰেদি ত্ৰিলোচন পূব ফালে উজাই গল। আধা ঘণ্টামান গৈ মোমায়েকৰ গাৱঁলৈ যোৱা বেঁকা আলিটো পাই ত্ৰিলোচন অলপ ৰল। আলিৰ কাষত সেই আকাশ-লংঘা চতিয়না গছজোপা নাই, নাই যে নাই গছজোপাৰ চিন-চাবো নাই। বন-মহোৎসৱৰ দিনতো সেই ঠাইত বা তাৰ আশে-পাশে আলিৰ দাঁতিত ত্ৰিলোচনে সেই খণ্ডত আয়াসতে হোৱা নাহৰ পুলি এটাও নেদেখিলে। ঠাইডোখৰ ত্ৰিলোচনৰ বৰ উকা উকা লাগিল।

মোমায়েকৰ ঘৰলৈ সোমাই যোৱা কেঁচা আলিটোৰ দুই ফাৰ্লংমানলৈকে আগতে ঘৰ-দুৱাৰ তেনেকৈ নাছিল। ত্ৰিলোচনে দেখিলে এতিয়া আলিটোৰ দুয়ো কাষে ঘৰ; কোনোটো গৃহস্থালি ঘৰ, কোনোটো দোকান ঘৰ। সৰুতে যিডোখৰ মুকলি ঠাইত বহল ওখ তম্বু এটাৰ ভিতৰত বহি ত্ৰিলোচনে চাৰ্কাচ চাইছিল তাত এতিয়া এটা স্কুল হল, ছোৱালীৰ স্কুল। এটা নহয়, দুটাকৈ হাইস্কুল। ত্ৰিলোচনৰ অলপ অলপ মনত পৰে আঁহত গছজোপাৰ ওচৰতে বঙালী মানুহ এজনে কৰবাৰ পৰা আহি স্কুল এটা খুলিছিল আৰু তাত ইংৰাজী পঢ়ুৱাইছিল। সৰু স্কুল, লৰাৰ সংখ্যা কুৰিটাতকৈ বেছি নাছিল। প্ৰত্যেক ছাত্ৰই মাছুল বুলি বঙালী মাষ্টৰক মাহে চাৰি অনাকৈ দিব লাগিছিল। বেঞ্চ টেবুল স্কুলত নাছিল। লৰা-বিলাক বহিছিল মাটিত থৈলা পাৰি আগত একোটা চটীয়া কাঠৰ পাতল বাকচ লৈ। মাইনৰ স্কুল এটা হোৱাত বঙালী মাষ্টৰৰ স্কুল উঠি গল।



কেনে নদনবদন আছিল মোমায়েকৰ ঘৰ। ত্ৰিলোচনৰ ককাদেউতাক তেতিয়া জীয়াই আছিল আৰু কিমান যে মৰম কৰিছিল ককাদেউতাকে নাতিয়েকক। বাগিচাত বৰমহৰি কাম কৰিছিল তেওঁ। গাৱঁৰ ভিতৰত শিৰ ফুটা মানুহ আছিল ভোলাৰাম বৰমহৰি। মোমায়েকৰ বিয়াৰ কথা ত্ৰিলোচনৰ বঢ়িয়াকৈ মনত আছে। হাতী সাতোটা বন্দৱস্ত কৰিছিল দৰাৰ লগত কন্যাৰ ঘৰলৈ যাবলৈ। এঘাৰ মাইল দূৰত নগৰত কন্যাৰ ঘৰ। সময়মতে হাতী এটা নোলালহি। বাকীকেইটা হাতী লৈ দৰাঘৰীয়া মানুহে কন্যাঘৰলৈ বুলি যাত্ৰা কৰি বৰমহৰিৰ বাৰীৰ সীমা পাৰ হৈছে কি নাই হোৱা এনেতে সিফালৰ পৰা ইটো হাতী অহা দেখা গল, হাতীৰ ওপৰত মাউতৰ পিছত হাতীৰ মালিক বহি। বৰমহৰিয়ে হাতী ওলোটাই পঠালে আৰু হাতীৰ মালিককো ভালকৈয়ে কথা শুনালে। এষাৰ কথা ত্ৰিলোচনে আজিও পাহৰা নাই। "কি বৰ হাতীৰ মালিক ওলাইছহি! হাতী এটা লোৱাটো নো কি বৰ ডাঙৰ কথা?"

কথা যে ডাঙৰ নহয় বৰমহৰিয়ে তিনি মাহমানৰ ভিতৰতে দেখুৱালে হাতী এজনী কিনি। গাৱঁৰ কোনো কোনোৱে কলে, "বোৱাৰীয়েকজনী বৰ সুলক্ষণী দেও হে; অহাৰ তিনি মাহ হওঁতে নৌ হওঁতেই বৰমহৰি হাতীৰ মালিক হল।"

যমুনেশ্বৰী সুলক্ষণী হওক বা নহওক, যমুনেশ্বৰী অহাৰ লগে লগে বৰমহৰিৰ ঘৰখনৰ চেহেৰা বদলিল। পুতেক বোৱাৰীয়েক থাকিবৰ কাৰণে মাৰল ঘৰটোৰ যি এখোটালী বঢ়োৱা হল তাত দস্তুৰমতে এহাতমান বহলকৈ দুখন খিৰিকী কাটি দিয়া গল আৰু দুয়োখনতে ছিট কাপোৰৰ পৰ্দ্দা শোভা পালে। খিৰিকীৰ লগত আগতে বৰমহৰিৰ চৰা-ঘৰ, ম্যাৰল-ঘৰ, বৰ-ঘৰ, এটা ঘৰৰো সমন্ধ নাছিল। ত্ৰিলোচনৰ দেউতাকক বৰঘৰত জলপান খাবলৈ দিওঁতে গছা এটাৰ ওপৰত কেৰাচিন তেলৰ চাকি এটা জলাই দিয়া হৈছিল। দেউতাকৰ

লগত বহি মাজে সময়ে ত্ৰিলোচনেও সেই চাকিৰ ক্ষীণ পোহৰত বৰমহৰিয়নীয়ে আতৌপুতৌকৈ জোঁৱায়েকক দিয়া কোমল চাউল বা চিৰা আৰু দৈ গাখীৰৰ জলপানৰ ভাগ লৈছিল। এনে অন্ধকাৰ পৰিবেশতো শাহুৱেক জোৱাঁয়েকৰ আগত নোলাইছিল। বেৰৰ সিপাৰৰ পৰা শাহুয়েকে মাথোন মাত দিছিল, "বোপা, ঘৰত ভাল নে ?" জোৱাঁয়েকে উত্তৰ কৰিছিল, "হয় ভাল।" সিমানতে শাহুৱেক জোঁৱায়েকৰ কথা শেষ হৈছিল। ত্ৰিলোচনে পিছত দেউতাকক সুধিছিল, "দেউতা আইতা তোৰ আগত নোলায় কেলেই ?" দেউতাকে উত্তৰ দিছিল, "সুধিবি আইতাৰক কেলৈ নোলায়।" সেই-মতেই ত্ৰিলোচনে আইতাকক সুধিছিল, কিন্তু একো সমিধান নেপালে। যমুনেশ্বৰী এইখন ঘৰলৈ অহাৰ পিছৰ পৰা শহুৰেকৰ ঘৰলৈ আহিলে ত্ৰিলোচনৰ দেউতাকে খাবলৈ পাইছিল দৈ-চিৰা আৰু দৈ-কোমল চাউলৰ সলনি লুচি আৰু চাহ।

বাগিচাত মাছ-মঙহ আৰু শাক-পাচলি যি ওলায় বৰমহৰিয়ে ঘৰলৈ পঠাই থাকে। প্ৰতি দেওবাৰে অন্যান্য বস্তুৰ লগতে তেওঁ ময়দা, ঘিউ আৰু চেনি দোকানৰ পৰা কিনি পঠাবলৈ ধৰিলে। বস্তুখিনি আহিলেই যমুনেশ্বৰীয়ে তাৰে আন্দাজ কৰি ময়দা কেতখিনি কাঁহী এখনত লৈ ঘিউ অলপমান আৰু জোখাৰে পানী দি দুহাতেৰে কোমলকৈ মাৰি গুটি গুটিকৈ থৈ দিয়ে আৰু পিছত এখন এখনকৈ বেলি কেৰাহিত তপত ঘিউত ওপঙাই লুচি ভাজে। বৰমহৰিয়ে বাগিচাৰ পৰা আহি পুখুৰীত জোবোৰাটো মাৰি কাপোৰ সলাই চৰা-ঘৰ পালেহিয়েই বোৱাৰীয়েকে বৰ-ঘৰলৈ মাতি নি শহুৰেকক লুচি-চাহ খাবলৈ দিয়ে, আৰু বৰমহৰিয়ে লুচি-চাহ খাই ঘৰৰ ভাবনা ভাবে।

প্ৰথমতে যমুনেশ্বৰীয়ে পাণধোৱা এখন উবুৰিয়াই লৈ তাতে ব-তোলা-চুঙাৰে লুচি বেলিব লগা হৈছিল। কিছুদিনৰ পিছত মাক নে ককায়েকলৈ লিখি যমুনেশ্বৰীয়ে বেলনা আৰু বেলনা মাৰি নগৰৰ পৰা অনাই ললে।



॥ ২ ॥

নগৰীয়া জীয়ৰী যমুনেশ্বৰীয়ে মাকৰ ঘৰৰ পৰা আনিছিল এখন পালেং, বৰমহৰিৰ ঘৰত আগতে নথকা বস্তু। সেই পালেঙৰ ওপৰত পাৰিবলৈ অনা তুলি আৰু গাৰুৰ শিয়নি খুলি তুলাবিলাক ফেনাফেন কৰি বৰমহৰিয়নীয়ে চাইছিল তাৰ ভিতৰত আহুদিৰ দৰৱ, কিবা গছৰ শিপা বা আন তেনে বস্তু আছে নে কি। বৰমহৰিয়নীয়ে একো নেপালে। তথাপি বৰমহৰিয়নীৰ শঙ্কা নুগুচিল। শঙ্কা গুচিল যেতিয়া বৰমহৰিয়নীয়ে দেখিলে দুৰাতিনে তিনি ৰাতিৰ পিছৰ পৰা কুঞ্চৰাম যমুনেশ্বৰীৰ ওচৰকে নচপা হল। তেৱেঁ বাগিচাত দেউতাকৰ লগত থাকি দ্বিতীয় কেৰেণীৰ কাম কৰিছিল ; ঘৰলৈ অহা তেওঁ কমাই দিলে। বাগিচাৰ ওচৰতে দুজনীকৈ গাভৰু ছোৱালী থকা মানুহ এঘৰত তেওঁ আড্ডা দিবলৈ ললে।

এদিন ৰাতি যমুনেশ্বৰী শোৱা খোটালীটোৰ খিৰিকী এখনৰ ওচৰতে কোনোবাই বোলে বেৰত টুকুৰিয়াইছিল। ত্ৰিলোচন শুইছিল চৰা-ঘৰটোৰ এমূৰে থকা ছালপীৰাখনত। যমুনেশ্বৰীয়ে অকলশৰে শুবলৈ ভয় কৰিলত বুঢ়ীমাকে মাজ-ৰাতি ত্ৰিলোচনক জগাই মায়েকৰ খোটালীটোত গৈ শুবলৈ কৈছিল, আৰু ত্ৰিলোচনে মৰাপাটৰ জৰীৰে গোঠা "চেৰপাই" বা খাটিয়া এখন নি মায়েকৰ বিছনাৰ ওচৰতে পাৰি শুই পৰিছিল। শোৱা মাত্ৰেই ত্ৰিলোচনৰ টোপনি গৈছিল। মায়েকৰ টোপনি আহিছিল নে নাই, মায়েকে ভয়েই কৰিছিল নে ভাবনাকে কৰিছিল ত্ৰিলোচনে একো নেজানিলে। পিছদিনা ৰাতি কোনোবাই বেৰত টুকুৰিয়াইছে বুলি যমুনেশ্বৰীৰ পৰা সংবাদ নাহিল আৰু ত্ৰিলোচনেও মায়েকৰ ওচৰত শুব লগা নহল।

তেতিয়া ত্রিলোচনে ভবা নাছিল। এতিয়া কথাটো মনত পৰিলে ত্রিলোচনে ভাবে সঁচাকৈয়ে বেৰত কোনোবাই টুকুৰিয়াইছিলনে নে, নাই যমুনেশ্বৰীয়ে নিজৰ বুকুত হে কিবা টোকৰ শুনিছিল। হওঁতে ওচৰৰে মানুহ এঘৰত শান্তিৰাম নামেৰে লোকৰ পদূলিমুৰা ডেকা লৰা এটা আছিল, আৰু সি ত্রিলোচনৰ মাহীয়েকলৈ অকল চকু দিয়াই নহয় চোপো দিছিল। ময়নীক লগ ধৰিবলৈ সি দিনটোত দুবাৰ নহলেও এবাৰ বৰমহৰিৰ ঘৰলৈ আহিছিল। বৰমহৰিয়নীয়ে কথা ভাল নেদেখি বৰমহৰিক কলত, তেওঁ ময়নীৰ বিয়াৰ কাৰণে খদমদম লগালে, আৰু ষোল বছৰ পূৰ নৌ হওঁতেই বপুৰীক বিয়া দি দিলে। বেৰত টুকুৰিওৱাৰ কথা শুনি বৰমহৰিয়নীয়ে কলে, "কোন হব আৰু? শান্তিৰামৰ বাহিৰে নাক-কাণ কটা গাৱঁত আছেই বা কোন? সেইটোক বিয়া কৰাই নিদিয়ে জানো কেলৈ?"

বিয়াৰ উমঘাম চলিছিল, এনেতে লৰা দুটাৰ লগ লাগি বাটৰ পৰা ছোৱালী এজনী জোৰ কৰি লৈ যোৱা অপৰাধত শান্তিৰামে কেইবছৰমানৰ কাৰণে ফাটেক সোমাব লগা হ'ল।

ত্রিলোচনৰ স্কুল খুলিলত সি নগৰলৈ গুচি গল আৰু বৰমহৰিয়নীয়ে পুণ্টাকে ৰখীয়া পাতি তাৰ সাহতে বোৱাৰীয়েকৰ সৈতে গোটেই ঘৰ চম্ভালি থাকিল। পুণ্টা আছিল বাগিচাৰ বনুৱা; সি বৰমহৰিৰ ঘৰতে হাল বাই খেতি কৰাৰ পৰা গৰুগাই তদাৰক কৰি বাৰীৰ জেওৰা দিয়ালৈকে সকলো বাহিৰা কাম কৰি, বৰমহৰিৰ ঘৰতে চুলি পকাই ঘৰৰে এটা হৈ পৰিছিল। বুঢ়া হৈ অহাৰ লগে লগে বৰমহৰিয়ে খেতিৰ কামৰ পৰা তাক ৰেহাই দিলে। পুণ্টা থাকিবলৈ ওচৰতে সৰুকৈ ঘৰ এখোটালী সজাই দিয়া হৈছিল। বৰমহৰিয়নীৰ কথা মতে সি তাৰ জুপুৰী এৰি বৰমহৰিৰ চৰা-ঘৰটোৰ এমূৰে ৰাতি শুবলৈ ললেহি! যমুনেশ্বৰীয়ে তাক কলে, "চোৰ আহিলে তই আমাক কি চাবি, তোক হে আমি চাব লাগিব। এইটো কায়েৰে তই চোৰক কি বলে পাৰিবি!"



পুণ্টাই সাউংকৰে তাৰ শোৱা পাটীৰ তলৰ পৰা দীঘল মিত্ দাখন উলিয়াই লৈ কলে, "এইখন দেখিছ। ময়ে চোৰক কাটিম নহলে চোৰে মোক কাটিব। মোৰ মৰাশৰ ওপৰেদি হে চোৰ ভিতৰ সোমাব পাৰিব।"

মিত্ দাখন সাৰথি কৰি কেইদিনমান চৰা-ঘৰত শোৱাৰ পিছত পুণ্টাই আকৌ তাৰ পঁজাত শুবলৈ ললে, আৰু বৰমহৰিয়নীয়েও তাক বাধা নিদিলে। বেৰত টুকুৰিওৱাৰ কথা পুৰণি হৈ গল।

ঘৈণীয়েকৰ লগত যে কৃষ্ণৰামৰ মিল নহল, সেই কথা গাৱঁত জনাজাত হবলৈ বেছি দিন নেলাগিল। অনেকে অনেক অভিমত প্রকাশ কৰিলে। এজনে কলে, "কেনেকৈ মিল হব সেইজনীৰ লগত? তিৰোতা মানুহে বাৰু ইমানকৈ ধপাত চিগাৰেট খোৱা ক'ত দেখিছাঁ? বাহী বিয়াৰ পিছ দিনা বোলে শোৱা-পাটীত পৰি পৰি এপেটী নে দুপেটী চিগাৰেট খাই শেষ কৰিলে।"

আন এজনে মাত লগালে, "অকল সেয়ে নে? মাকৰ ঘৰত থাকোঁতেই বোলে কাৰোবাৰ লগত পলাই যাবলৈ পাং পাতিছিল, কোনোবা পেহীয়েকৰ পুতেক ককায়েকৰ লগত। কৃষ্ণই বাৰু সেইজনীক লৈ কেনেকৈ ঘৰ কৰে?"

তৃতীয় এজনে কলে, "সেইবোৰ মই বিশ্বাস নকৰোঁ, কোনোবা হিংসাকুৰীয়া মানুহে উলিয়াইছে সেইবোৰ কথা।"

চতুৰ্থ এজনে কলে, "পেহীয়েকৰ পুতেক ককায়েকৰ লগত বাৰু পলাই যাব খুজিছিলেই, সিনো কি বৰ জগৰৰ কথা হল? যাব হে খুজিছিল পলাইতো নগ'ল।"

পঞ্চমজনে উছাহেৰেই কৈ উঠিল, "ছোৱালীজনী হলে বৰ ধুনীয়া দেই, চালে চাই থাকিবৰ মন যায়। এনে এজনী তিৰোতা মই পোৱা হলে জীৱন ধন্য মানিলোঁহেতেন।"

মানুহৰ ঘৰে ঘৰে তামোল-ছালি খাই আৰু ইঘৰৰ কথা সিঘৰত কৈ কথাৰ মহলা মাৰি ফুৰা ফাগুনী বায়ে বৰমহৰিয়নীৰ কাষ চাপি

মাতটো সৰু কৰি কলে, "আপুনি এইজনীৰ সৈতে কেনেকৈ থাকিব, কৃষ্ণয়েই বা তাইৰ সৈতে ঘৰ কৰিব কেনেকৈ? পঠাই দিয়ক তাইক মাকৰ ঘৰলৈকে। কৃষ্ণই আনক এজনী আকৌ বিয়া কৰাই। ছোৱালীৰনো কি আকাল লাগিছে?"

বৰমহৰিয়নীৰ পৰা বিদায় লৈ যমুনেশ্বৰীৰ কাষ চাপি ফাগুনী বায়ে মিহমিহীয়া সুৰ উলিয়ালে, "আই-ঐ দেহি! বজাৰ ঘৰত পৰিব লাগিছিলি তই, পৰিলিহি ভোলা বৰমহৰিৰ ঘৰত। তোৰ মোল ইহঁতে কি বুজিব?"

শহুৰেকৰ নিন্দা ভাল নেপাই যমুনেশ্বৰীয়ে মুখখন গোমোঠা কৰি ৰলত বুঢ়ীয়ে আন এপাত শৰ মাৰি পাঠিয়ালে, "পূজা কৰিবলৈ সজা গোসাঁনী হে যেনিবা মোৰ আইজনী, দেখিলে মন-প্ৰাণ হৰে। মুখৰ ৰঙেই চাবা নে গাৰ ৰঙেই চাবা নে কি চাবা?" যমুনেশ্বৰীৰ মুখৰ গোমোঠা ভাব লোপ পোৱা যেন দেখি ফাগুনী বায়ে কোমলকৈ কলে, "মূৰত লবলৈ তেল আছেনে দেচোন, পৰহিৰে পৰা মূৰত তেল অকণ পৰা নাই।" যমুনেশ্বৰীয়ে নাৰিকলৰ তেলৰ চিচাটো আনি বুঢ়ীৰ হাতৰ তলুৱাতে এখোৰোং তেল বাকি দিলে। বুঢ়ীয়ে তেলখিনি জপৰা চুলিত ঘঁহি ঘঁহি যমুনেশ্বৰীৰ আৰু কাষ চাপি কলে, "দিব পাৰ নে মোক পইচা দুঅনা, কচু শাকৰ পানী খাই খাই আমনি লাগিছে, মচুৰ মাহ দুটামানকে দোকানৰ পৰা লৈ যাওঁগৈ।" যমুনেশ্বৰীয়ে চৰতীয়া এটা আনি বুঢ়ীক দিলে।

ফাগুনী বাইৰ পৰামৰ্শ বৰমহৰিয়নীৰ বেয়া লগা নাছিল, আৰু বৰমহৰিয়নীৰো মন গৈছিল বোৱাৰীয়েকক মাকৰ ঘৰলৈ পঠাই দি কৃষ্ণৰামৰ আকৌ বিয়া পাতিবলৈ। কৃষ্ণৰামেও মাকক কেইবাদিনো কৈছিল, ঘৈণীয়েকক ঘৰলৈ পঠাই দিবলৈ, যমুনেশ্বৰীৰ লগত তেওঁ একো সম্বন্ধ ৰাখিব নোখোজে। কিন্তু মাক-পুতেকৰ বাহিৰেও ঘৰত আন এজন আছে, তেওঁ বৰমহৰি। তেওঁৰ মতে হে সকলো কাম হয়। বৰমহৰিয়নীয়ে প্ৰস্তাৱটো তেওঁৰ আগত পেচ কৰিলত তেওঁৰ ইমান খং



উঠি গল যে তেওঁ অলপ পৰ থতমত খাই ৰৈ গল। তেওঁ বৰমহৰিয়নীক কলে, "এনে কথা আজি যি শুনিলোঁ, আৰু যেন নুশুনো। বোৱাৰীক কেলেই পঠিয়াই দিম মাকৰ ঘৰলৈ? মানুহৰ কথা শুনি তই বলিয়া হব পাৰ, মই বলিয়া নহওঁ।"

## ॥ ৩ ॥

মেট্ৰিক পাছ কৰি ত্ৰিলোচন কলেজত পঢ়িবলৈ গুৱাহাটীলৈ অহাৰ পিছত মোমায়েকৰ ঘৰলৈ যোৱা তাৰ কমি গল। পূজাৰ বন্ধত মোমায়েকৰ ঘৰলৈ গৈ সি দেখিলে বাৰিষাৰ বোকা বৰষুণ আৰু ওন্দোলা মেঘৰ ঠাইত শৰতৰ নিৰ্ম্মল আকাশ আৰু গছ-লতাৰ নিৰ্ম্মল শ্ৰী। মোমায়েকৰ ঘৰত বিজুলীৰ চমকনি আৰু পৰ্ব্বতীয়া জুৰিৰ কল্-কলনি। ময়নী আহি আছেহি, লগত নন্দেক এজনী আৰু আঢ়ৈ বছৰীয়া সৰু লৰাটো লৈ।

লৰাটোৱে মাকক যে কিমান আমনি কৰিছিল! ত্ৰিলোচনৰ মনত আছে লৰাটোৰ আমনি সহিব নোৱাৰি তাৰ পিঠিত এভুকু দি ময়নীয়ে নন্দেকক মাতিলে লৰাটো তাৰ পৰা লৈ যাবলৈ। নন্দেকে যমুনেশ্বৰীৰ লগত তাঁতশালত বহি গল্পই কৰিছিল নে, মহুৰাই ফুৰাই-ছিল নে, কিবা এটা কৰি আছিল। নবৌৱেকৰ মাত শুনি তাই কোবেৰে লৰালৰিকৈ আহি সমুখত ত্ৰিলোচনক দেখি ঘপ্ কৰে ৰৈ গল, মুখলৈ লাজ-সঙ্কোচ আবেগৰ সুষমা আনি। ত্ৰিলোচনে তাইৰ ফালে চালে আৰু চকু তাইৰ পৰা ঘূৰাই আনি নোচোৱা ভাও ধৰি আকৌ চালে।

"মোৰ ননদজনীলৈ বৰকৈ চাইছ দেখোন, মন খাইছে নে কি?"

ময়নীৰ মুখৰ পৰা কথাষাৰ ওলোৱাৰ লগে লগে ময়নীৰ নন্দেকে লৰাটো লৈ যেনেকৈ আহিছিল তেনেকৈ কোবেৰেই সেই ঠাই এৰি পলাল আৰু ত্ৰিলোচনৰ মুখৰ পৰা ওলাই গল, "ইঃ, এইজনী।"

"ইঃ এইজনী কি ? মন খাইছে যদি ক, বামুণ মাতি ৰাহিজোৰা চোৰাওঁ, চোৰাই বিয়াখন তোৰ পাতি দিওঁ।"

যমুনেশ্বৰীয়ে সোমাই আহি সুধিলে, "কাৰ বিয়া পাতি দিব খুজিছা ?"

"কাৰ আৰু ? ইয়াৰ।"

"ক'ত পাতিবা ? ইয়াত পাতিবা নে কি ?"

"ক'ত পাতিম আৰু ? ইয়াতে পাতিম।"

"বৰ ভাল হব তেনেহলে। ছোৱালী ঠিক কৰিছাঁ নে কি ?"

"ছোৱালী ঠিক কৰিবলৈ নো কি ? এজনী বিচাৰিলে দহজনী ছোৱালী ওলাব ইয়ালৈ, মোৰ সোণামুৱা ভাগিনটোলৈ।"

নমতাকৈ থকাটো ত্ৰিলোচনৰ পক্ষে অসম্ভৱ হল। সি মায়েকৰ ফালে চাই কলে, "তোমালোকে মোৰ ছোৱালীও ঠিক কৰিব নেলাগে, মোৰ বিয়াও পাতিব নেলাগে।"

ময়নীয়ে তাৰ মুখতে ধৰিলে, "আমি মানে ককাদেউতাৰ-মোমায়েৰে নেপাতিলে কোনে বিয়া পাতিব অ' তোৰ ?"

"কেলেই দেউতাই ?"

অলপ উষ্মা প্ৰকাশ কৰিয়ে ময়নীয়ে উত্তৰ দিলে, "এতিয়া তই কবি তো তেনেকৈ। এতিয়া তই ডাঙৰ হলি, এতিয়া তোৰ ডাৰি-গোফ ঠুটিয়ালে, তই আৰু এতিয়া এইখন ঘৰ তোৰ আপোন ঘৰ বুলি ভাবিবি নে ? মাৰ মৰাৰ পিছত যেতিয়া তোক দেউতাৰে ইয়াত থৈ গৈছিলহি তেতিয়া তোৰ তিনি বছৰমান হে হৈছিল কিজানি। তেতিয়া তই বুঢ়ীমাৰকে মাৰ বুলি ভাবিছিলি, আৰু তোৰ যে মাৰ নাই তাকো তই জানিছিলি মাইনৰ পৰীক্ষা পাছ কৰাৰ পিছত হে। এইখন ঘৰকে হে তেতিয়া তই মোৰ ঘৰ বুলি ভাবিছিলি। এতিয়া তোৰ আৰু সেইবোৰ কথা মনত পৰিব নে ?"

ত্ৰিলোচনৰ মনত আছে ত্ৰিলোচনে ময়নীৰ এই প্ৰশ্নৰ কোনো উত্তৰ দিয়া নাছিল। ময়নীয়ে তাক তেনেকৈ কলেও ময়নীহঁতক



পাই তাৰ বৰ ভাল লাগিছিল। তাৰ বিশেষকৈ ভাল লাগিল যেতিয়া সি দেখিলে কৃষ্ণৰাম গধূলি গধূলি ঘৰলৈ যে আহেই নে ৰাতিটোও ঘৈণীয়েকৰ লগত থাকে আৰু পুৱা ঘৈণীয়েকে যতনাই দিয়া চাহ-জলপান খাই বাইচাকেলখনত উঠি বাগিচাৰ কামলৈ যায়। ত্ৰিলোচনে মন কৰিলে, যমুনেশ্বৰীয়ে আগতকৈ পৰিপাটীকৈ কাপোৰ-কানি পিন্ধে, যতনকৈ মূৰ আঁচুৰি খোপা বান্ধি কেটেলা পহুৰ কাঁইটেৰে কপালত সেন্দুৰৰ ফোঁট লয়, আৰু বেলি পৰাৰ লগে লগে এবাৰ সোমাই কৃষ্ণৰাম অহালৈ বাট চাই থাকে।

বুঢ়ীমাকক ত্ৰিলোচনে প্ৰশ্ন কৰা নাছিল, কিন্তু তাৰ চকুত প্ৰশ্ন-সূচক ইঙ্গিত দেখি বুঢ়ীমাকে উপযাচি কোৱাদিয়েই কলে, "আজি-কালি তই হে তই, মই হে মই বোপাই। মায়েৰে যদি মাটি এডোখৰকে সোণ বুলি কয় মোমায়েৰে সেই মাটিডোখৰকে সোণ বুলি বুটলি লব। গধূলি বাগিচাৰ পৰা আহি মোমায়েৰে শোৱনী ঘৰত যি সোমায় ভাত খোৱাৰ আগতে আৰু বাহিৰলৈ নোলায়। ভাত ৰান্ধোতে মোক কিবা এটা কৰি দিবলৈকো মায়েৰক মাতি মাতি হে আনিব লাগে। এই কেইদিন তহঁত আছ দেখি হে শোৱনী ঘৰত তেনেকৈ সোমাই থকা নাই।"

"এনে কেনেকৈ হল ?"

একো উত্তৰ নিদি বুঢ়ীমাক তাৰ পৰা আঁতৰিল। উত্তৰ দিলে ময়নীয়ে, "এনে কেনেকৈ হল ? যেনেকৈ হব লাগে তেনেকৈ হল।"

ত্ৰিলোচনে হয়তো বুজিলে, হয়তো নুবুজিলে, হয়তো বুজিও নুবুজাৰ ভাও ধৰিলে। ময়নীয়ে কলে, "মোমায়েৰে মানুহ এঘৰত সিন্ধি দিবলৈ গৈছিল নহয়, নেজান জানো ?"

"গৈছিল। পিছে কি হল ?"

"কি হব আৰু ? ঠোঁট-মোচ চেলেকি গুচি আহিব লগা হল। ডাঙৰজনী ছোৱালী মোমায়েৰৰ চকুৰ আগতে বাগিচাৰ চাহাবলৈ গল। সৰুজনী ছোৱালী ডাঙৰজনীতকৈও শিয়ান।"

ত্ৰিলোচনে তপৰাই মাত লগালে, "তাই কি কৰিলে ?"

"তাই মোমায়েৰক বান্দৰ নচুৱাদি নচুৱালে। তাৰ পিছত এদিন সমিধান দিলে, আজিৰ পৰা নাহিব আৰু আপুনি আমাৰ ইয়ালৈ। আপোনাৰে মোৰে জাত-কুলো একে নহয় যে আপুনি মোক বিয়া কৰাব আৰু মই আপোনাক বিয়া কৰিম। আপুনি মোক বিয়া কৰিব খুজিলেও মই আপোনাক বিয়া নকৰোঁ। সতিনী খাটিবলৈ আপোনাক বিয়া কৰিম কিয় ?"

"কথা তেনেহলে বহুদূৰ পাইছিলগৈ।"

"পাইছিলগৈ, কিন্তু সিমানতে শেষ পৰিল। মোমায়েৰে ঘৰলৈ ঘূৰি ঢাপলি মেলিলে আৰু একেবাৰে মায়েৰৰ কাষ পালেহি। এতিয়া আৰু মোমায়েৰৰ মানত মায়েৰ সৰগৰ অপেশ্বৰীতকৈও চাৰ।"

॥ ৪ ॥

বুঢ়ীমাকে ত্ৰিলোচনক এটা খবৰ দিলে সি নোসোধাকৈয়ে। বৰমহৰিয়নীয়ে তাক জনালে যে বোৱাৰীয়েকৰ গাত লেঠা, এতিয়া তিনিমাহ। বুঢ়ীমাকৰ মুখত হাঁহি, বুঢ়ীমাকৰ নাতিনীয়েক হ'ব, নাতিনীয়েকৰ হাঁহি-খিকিন্দালিৰে ঘৰখন তমঙ্কাৰ হৈ উঠিব, ত্ৰিলোচনক তোলাৰ দৰেই বুঢ়ীমাকে নাতিনীয়েকক তুলি-তালি ডাঙৰ-দীঘল কৰিব। কিন্তু বৰমহৰিয়নীৰ সেই আশা পূৰণ নহল। নাতিনীয়েকক চাবলৈ বৰমহৰিয়নী জীয়াই নাথাকিল। নিশকতীয়া জকলা মানুহ আগৰে পৰা, কেই দিনমান জ্বৰ ভুগিয়েই বৰমহৰিয়নী ঢুকাল।

বুঢ়ীমাকৰ মৃত্যুৰ সংবাদ চিঠিত মোমায়েকৰ পৰা পাই ত্ৰিলোচনৰ মোমায়েকৰ ওপৰত খং উঠি গৈছিল। এতিয়া যে সকলো শেষ হোৱাৰ পিছত জনাব পাৰিছে, আগতে কাৰ্ড এটা দি জনাব নোৱাৰিলে নে মোমায়েকে। বুঢ়ীমাকৰ নৰিয়া বুলি? তিনি মাইলমান



দূৰত দেখোন টেলিগ্ৰাফ অফিচ এটাও আছে, টেলিগ্ৰাম এখনো কৰি দিব পাৰিলেহেতেন। মোমায়েকেৰ ওপৰত ঠেহ পাতিয়েই ত্ৰিলোচন বুঢ়ীমাকৰ কাজলৈ নগল, যাবলৈ তাৰ ভাল নেলাগিল। কিনো বুঢ়ীমাকৰ শ্ৰাদ্ধলৈ যাব, বুঢ়ীমাকক যেতিয়া মৃত্যুৰ আগতে এবাৰ সি চাবলৈকে নেপালে।

কিন্তু ককাদেউতাকৰ মৃত্যুৰ সময়ত ত্ৰিলোচন উপস্থিত আছিল মোমায়েক, মায়েক, ময়নী আৰু গাৱঁৰে ছুই এজন অঙহী-বঙহীৰ সৈতে। বাগিচাৰ কামৰ পৰা অৱসৰ লৈ বৰমহৰিয়ে বৰলা জীৱন যাপন কৰিছিল আৰু পুৱা-গধূলি কেনেকৈ ছুসাজ জুতি লগাই মাছে-মঙহে খাব পাৰি তাৰ ভাবনা ভাবিছিল। গাৱঁত কোনোবাই পাঠা কাটি ভাগ লগাইছে বুলি শুনি ততাতৈয়াকৈ গৈ তাৰে ছুটা ভাগ আনি বোৱাৰীয়েকক দিলেহি ভালকৈ ৰান্ধিবলৈ। ঘিউ নাই বুলি কোৱাত দোকানৰ পৰা ঘিউ এপোৱা আনিলেগৈ দহ অনা পইচা খৰচ কৰি। বোৱাৰীয়েকে ৰান্ধি দিলেহি সৰু বাতি এটাত এবাতি মঙহ শহুৰেকক খাবলৈ। সেইখিনি বুঢ়াই খাই শেষ যে কৰিলেই নে ভাল পাই বোৱাৰীয়েকক খুজিও খালে। সেই খোৱাই বৰমহৰিৰ কাল হল।

বৰমহৰী গ্ৰহণীত পৰিল। পোনতে কেইদিনমান বুঢ়াই কাকো জানিবলৈ নিদিলে। টান হলত আৰু অসমীয়া দৰব-জাতিৰ পৰা একো উপকাৰ নোপোৱাত ওচৰতে থকা লোকেল বৰ্ডৰ ডাক্তৰখানাৰ এল-এম-পি ডাক্তৰজনক মাতি অনা হল। বৰমহৰিয়ে আপত্তি কৰিছিল, পিছে পুতেক-বোৱাৰীয়েকে নুশুনিলে। ডাক্তৰে চাই-মেলি কলে তেওঁক আগতে মাতিব লাগিছিল। তথাপিও তেওঁ কেইপালিমান দৰব দিলে, কিন্তু দৰবে একো গুণ নধৰিলে। ৰোগীৰ অৱস্থা লাহে লাহে আৰু বেয়াৰ ফালে গল। গাৱঁৰ এজন মুখীয়াল মানুহ ভোলাৰাম বৰমহৰি। কাম নেথাকিলেও তেওঁক উল্লেখ কৰোঁতে মানুহে এতিয়াও বৰমহৰী বুলিয়েই উল্লেখ কৰে, আৰু তেওঁৰ

ঘৰখনো বৰমহৰিৰ ঘৰ বুলিয়েই সেই অঞ্চলৰ সকলোৱে জানে। ডাক্তৰে নিজে উপযাচি আৰু এদিন খবৰ কৰিলে আৰু একো আশা নাই বুলি ভালকৈ বুজি গল।

ডাক্তৰ নহৈও ত্ৰিলোচনে ককাদেউতাকক দেখিয়েই বুজিলে বুঢ়াৰ শেষ অৱস্থা। বৰমহৰিয়ে ইমান মৰমৰ নাতিনীয়েকক চাবলৈ চকুকে নেমেলিলে। কৃষ্ণৰামে দেউতাকক চিঞৰি চিঞৰি কলে হে কলে, "এয়া কোন আহিছে চোৱাঁ, তিলু আহিছে, তোমাৰ ওচৰতে এয়া থিয় দি আছে," বৰমহৰিৰ চকু পতাও নলৰিল। মাথোন বুঢ়াৰ ছুচকুৰ কোণত ছুটোপাল চকুলো জিলিকি উঠিল। দেখি ত্ৰিলোচনৰো চকুপানী ওলাল। সি তাত আৰু নেথাকি একেবাৰে মায়েকৰ ওচৰ পালেগৈ। কিন্তু মায়েকৰ কথাত সি সান্ত্বনা নেপালে, যাতনা হে পালে।

যমুনেশ্বৰীয়ে কলে, "কিনো কম তোমাক তিলু, ককাদেউতাৰাই নিজেই নিজৰ মৃত্যু মাতি আনিলে। ককাদেউতাৰাৰ লোভটো বেছি, খঁকটোও বেছি, আমি কলেও নুশুনে। দাঁত নাই লাপুং, তথাপি ছাগলী মঙহ খাবই, মুখত সুমাব আৰু গিলি দিব। এডোখৰ ছুডোখৰ তো নহয়। খায় মানে ককাদেউতাৰাৰ পেটেই নভৰে এই বুঢ়া বয়সতো।"

মায়েকক আৰু কবলৈ নিদি ত্ৰিলোচনে মাত লগালে, "কেলেই কৈছাঁ তেনেকৈ মাইদেউ। দবনি পিটি খাই থকা মানুহ নহয়; বুঢ়া হল বুলি নো কেনেকৈ নোখোৱাকৈ থাকে? তোমালোকে আগতে ডাক্তৰ মাতিব লাগিছিল। যোৰহাটৰ পৰা ভাল ডাক্তৰ আনি দেখুৱাবহি লাগিছিল। নানি বৰ ভুল কৰিলা।"

কিন্তু বৰমহৰিয়ে শোৱাপাটী এৰিব নোৱাৰা অৱস্থাত যমুনেশ্বৰীয়ে শহুৰেকৰ যেনেকৈ আল-পৈচান ধৰিলে তাক দেখি ত্ৰিলোচনৰ মায়েকলৈ শ্ৰদ্ধা বাঢ়ি গল। ত্ৰিলোচনে মনতে কলে, "এনে বোৱাৰী ভাগ্যৰ বলত হে হয়।" দিনৰাতি সমানে শহুৰেকৰ শুশ্ৰূষা



যমুনেশ্বৰীয়ে কৰিবলৈ ধৰিলে, শহুৰেকৰ কেতিয়া কি দৰকাৰ তাক উমানতে বুজি ললে আৰু সেই মতে দিহা কৰিলে। বামুণ মাতি সত্যনাৰায়ণ পূজা পাতিলে আৰু কামাখ্যাত সোণৰ ফুল এপাহ দিবলৈ আগ কৰিলে।

বৰমহৰিৰ বুজ-বাজ লবলৈ অহা মানুহৰ সংখ্যা কমি যাবলৈ ধৰিলে। নিতান্ত নাহিলে নহয় যাৰ, তেনে ছুই-চাৰি আহি-গৈ থাকিল আৰু প্ৰতি দিনে আহি প্ৰতি দিনে আচৰিত হল যে ৰোগী এতিয়াও জীয়াই আছে। তেওঁলোকে ভবা কিন্তু প্ৰকাশ নকৰা কথা-ষাৰ এদিন ব্যক্ত কৰি দিলে ফাগুনী বায়ে, "নিজেও ইমান লেলাট ভুঞ্জিছে আৰু পুতেক-বোৱাৰীয়েককো জুলুকি-জুলুকিকৈ শিকাইছে, ইমানতে নমৰে জানো কিয়?"

শ্মশানলৈ ত্ৰিলোচন গৈছিল। বুঢ়ীমাকক খৰি দিয়াৰ ওচৰতে ককাদেউতাককো দাহ কৰা হৈছিল। দেউতাকৰ মাহেকীয়া শ্ৰাদ্ধ ডাঙৰকৈয়ে পাতিছিল কৃষ্ণৰামে। কৰ পৰা যে নিমন্ত্ৰণ নকৰাকৈয়ে ইমানবোৰ বামুণ ওলাইছিলহি দক্ষিণা লবলৈ। কৃষ্ণৰামে সকলোকে জলপান খুৱাইছিল আৰু বয়স চাই কাকো টকা, কাকো বাৰ অনা, কাকো আঠ অনা, কাকো চাৰি অনা, কাকো বা ছু-অনাকৈ দক্ষিণা দিছিল।

ককাদেউতাক ঢুকুৱাৰ পিছত মোমায়েকৰ ঘৰলৈ যোৱা ত্ৰিলোচনৰ আগতকৈও কমি গল।

॥ ৫ ॥

অতীতত মনটো থৈ গৈ থাকোঁতে ত্ৰিলোচনে কবই নোৱাৰিলে কেতিয়া যে আহি সি মোমায়েকৰ ঘৰ পালেহি। ওপৰৰ নঙলা খুলি ই ছুৱাল নঙলাৰ ওপৰেদি পাৰ হৈ ত্ৰিলোচন আগ বাঢ়ি গল। ত্ৰিলোচনে কল্পনা কৰি আহিছিল ককাদেউতাকে সজোৱা ছুপিনে টুপ লগোৱ চৰা-ঘৰটোৰ কথা যিটো ঘৰৰ মাজত একোটা কাঠৰ খুটা এটা

মানুহে কথমপি হে আকোৱালি পায় আৰু যিটো ঘৰৰ এমুঠনমান ডাঠ খেৰৰ চাল। কিন্তু ই কি! সেই বিয়াগোম চৰা-ঘৰটো নাই। তাৰ ঠাইত ত্ৰিলোচনে দেখিলে তুছলীয়া সৰু খেৰী ঘৰ এটা।

ত্ৰিলোচনে ঘৰটোত সোমাব খুজিও কাকো নেদেখি নোসোমাই বাহিৰে বাহিৰে পুখুৰীটো চালেগৈ। হাঁয় হাঁয়! পুখুৰীটোৰ দশা এনে কেনেকৈ হল? ফটিকৰ ধাৰ যেন আছিল পুখুটোৰ পানী; ওচৰৰ কেইবা ঘৰ মানুহেও তাৰ পানী খাইছিল। এসাঁতোৰ নমৰাকৈ ত্ৰিলোচনে কেতিয়াবা কাচিৎ হে তাত গা ধুইছিল। কত দিন এটা পাৰৰ পৰা জাপ মাৰি পানীত পৰি পানীৰ তলে তলে গৈ সি সিফালৰ পাৰটোৰ ওচৰত ওলাইছিলগৈ। সাঁতোৰাত প্ৰায়ে ত্ৰিলোচনৰ লগ হৈছিল ওচৰৰ বামুণ এঘৰৰ লৰা বিষ্ণুৰামৰ ভায়েক কুশৰাম। তাৰ লগত ত্ৰিলোচনৰ ভালকৈয়ে মিল আছিল, ইমান মিল আছিল যে কুশৰামে সিহঁতৰ ম'হটো চৰাবলৈ নিওঁতে বা চৰাই ঘৰলৈ ঘূৰি আহোঁতে ত্ৰিলোচনক লগ পালে তাৰ লগতে ম'হটোত তুলি এপাক ফুৰিছিল। কেনে আছে বা কুশৰামহঁত এতিয়া?

ত্ৰিলোচনে দেখিলে পুখুৰীটো পুনিয়ে ছাতি ধৰিলে। এপিনে পাৰ ভাগি গৈছে, সেইপিনেদিয়েই যে গৰুৱে অবাধে পানী খায় তাক জেওবাৰ অৱস্থা আৰু গৰুৰ ভৰিৰ খোজৰ পৰা বঢ়িয়াকৈ বুজিব পাৰি। পুখুৰীটোৰ চাৰিটা পাৰৰ তিনিটাত আছিল হৰেক ৰকমৰ ফুল, কেনে বিতোপন আছিল দেখিবলৈ। বিষ্ণুৰামে পুখুৰীটোত গা ধুই তিতা কাপোৰেৰেই তাৰ পৰা ফুল কেইপাহমান চিঙি লৈ গৈছিল পূজা কৰিবলৈ। কেতিয়াবা কুকিটো লৈ আহি এবুকিকৈ ফুল লৈ গৈছিল বিষ্ণুৰামে। সেই ফুল এতিয়া কলৈ গল? ইন্দ্ৰকান্তি ফুল দুজোপা আৰু ঘণ্টাকৰ্ণ ফুল এজোপাৰ বাহিৰে আন একো ফুলৰ গছ ত্ৰিলোচনে তাত নেদেখিলে। তগৰ ফুল কেইজোপাও নাইকিয়া হল। আনকি যি জোপা মণিৰাজ ফুল ককাদেউতাকে কৰবাৰপৰা যত্ন কৰি আনি তাত ৰুই দিছিল তাৰ এতিয়া চিন-চাবো নাই।



সৌথিনিতে আছিল পাৰৰ টঙী। বগা-কলা-ইটাগুৰীয়া কত ৰকমৰ যে পাৰ আছিল। চৰা-ঘৰটোত গৈ পাৰ সোমাইছিল আৰু গৰমকালি তলেদি উৰি যাওঁতে বা আহোঁতে পাখিৰ জুৰ বতাহে দেহত যেন চন্দনৰ প্ৰলেপ হে সানি দিছিল। তেনেকৈয়ে মনত চন্দনৰ প্ৰলেপ সনা যে লাগিছিল পাৰৰ কুণ শুনি। কেনেকৈ যে ঘূৰি ঘূৰি ডিঙিটো ফুলাই আৰু মূৰটো এবাৰ ওপৰলৈ তুলি এবাৰ তললৈ নমাই মতা পাৰটোৱে কুণ দিছিল আৰু ডিঙিৰ পাখিৰ তিৰবিৰণি কেউপিনে ছিটিকি পৰিছিল। কুণ দিয়া শেষ কৰি মতা পাৰটোৱে মাইকী পাৰজনীৰ ঠোঁটত ঠোঁটেৰে মৰম কৰি কৰি তাইক পাখিৰে সাবটি ধৰিছিল। পাৰই কণী পাৰিবলৈ কুটা কঢ়িওৱা দেখিলেই ময়নীৰ বৰ ৰং লাগি গৈছিল আৰু ত্ৰিলোচনে জখলাইদি টঙীলৈ মাজে মাজে উঠি তাইক খবৰ দিব লগা হৈছিল পাৰই কণী পাৰিছে নে নাই, পাৰিছে যদি পোৱালী জগিছে নে নাই, আৰু পোৱালী জগিছে যদি কিমান ডাঙৰ হৈছে, গেৰ-পাখি সৰিছে নে নাই। হেঁপা সোমাব নোৱাৰাকৈ গধূলি পাৰৰ বাহৰ দুৱাৰবিলাক বন্ধ কৰি দিয়া হৈছিল, আৰু ৰাতিপুৱা দিয়া হৈছিল খুলি। এই কামো কত দিন কৰিছিল ত্ৰিলোচনেই।

পাৰৰ কথাৰ লগতে ত্ৰিলোচনৰ মনত পৰি গল তাৰ আই ওলোৱা কথালৈ। বুঢ়ীমাকে তাক মেৰ ধৰা এখনত বহুৱাই থৈছিল বৰ চাফ-চিকুন কাপোৰ পিন্ধাই আৰু বুঢ়াৰ পৰা লৰালৈকে সকলোৱে তাক "আই আই" বুলি মাতিছিল। ককাদেউতাক, বুঢ়ীমাক, মোমায়েক, মায়েক, ময়নী সকলোৱে তাক বাৰে বাৰে সুধিছিল তাৰ কি খাবৰ মন গৈছে। "কক আই কক, আপোনাৰ কি খাবৰ মন গৈছে।" সি এবাৰ তাৰ তিয়ঁহ এটা খাবৰ মন গৈছে বুলি কৈছিল। তেতিয়া তিয়ঁহৰ বতৰ প্ৰায় উকলি গৈছিল, তথাপি ককাদেউতাকে বিচাৰি বিচাৰি তিয়ঁহ এটা আনি উলিয়ালেহি। ঘৰৰ সকলোৱে কোৱাকুই কৰিলে বোলে আবতৰত যেতিয়া তিয়ঁহ

পাইছে আইৰ কৃপাত হে পাইছে, আৰু একো ভয় কৰিব লগীয়া নাই।

কিন্তু আয়ে দেখা দিয়া ত্ৰিলোচনৰ পাৰ এটাও খাবৰ মন গল, তাকে ৰান্ধি দিব লাগিব যমুনেশ্বৰীয়ে, আন কোনোৱে নহয়। আইৰ ইচ্ছা মতেই কাম। পাৰ এটা মাৰি পাখি গুচাই দিলে পুণ্টাই, আৰু মায়েকে গা নতুনকৈ ধুই পাৰটো কুটি-বাছি বেলেগে আইলৈ বুলি ৰান্ধিলে। ৰন্ধা হলত ত্ৰিলোচনক খোৱাৰ কথা কলত আদেশ হল গোটেইখিনি মঙহ মোমায়েকক খাবলৈ দিব লাগে। তাৰ বেমাৰৰ কাৰণেই নিতৌ মোমায়েক বাগিচাৰ পৰা ঘৰলৈ আহিছিল আৰু আহি তাক "আই আই" বুলি আথে বেথে মৰম সনা কথা কৈ কিছু পৰ থাকি বাগিচালৈ ঘূৰি গৈছিল।

আইৰ হুকুম আখৰে আখৰে পালন কৰা হল। যমুনেশ্বৰীৰ ওচৰ নচপা কৃষ্ণৰামে সেই দিনা যমুনেশ্বৰীয়ে ৰন্ধা আৰু বাঢ়ি দিয়া পাৰৰ মঙহ তৃপ্তিৰেই খালে। মোমায়েকে খাব লগা হল ত্ৰিলোচন আৰু যমুনেশ্বৰীৰ সাক্ষাততে। আইৰ হুকুম নেমানি কেনেকৈ ?

## ॥ ৬ ॥

"আপুনি কৰ পৰা আহিছে ? আপোনাক কি লাগে ?"

চিল্ মিল্ টোপনিয়ে সাৰটি ধৰা মানুহক বোকট মাৰি দিয়ে যেনেকুৱা হয়, ত্ৰিলোচনৰ তেনেকুৱাই হল। হাতেৰে চকু নোমোহাৰি মনটো মোহাৰি ত্ৰিলোচনে ঘূৰি চাই দেখিলে, তাক প্ৰশ্ন কৰিছে লৰা এটাই। একো উত্তৰ নিদি লৰাটোৰ মুখলৈ ত্ৰিলোচনে অলপ পৰ চাই ৰল আৰু লৰাটো কাৰ ত্ৰিলোচনৰ বুজিবলৈ বাকী নেথাকিল। জীৱনৰামৰ লৰা। নহয় তাৰ ভুল হৈছে। জীৱনৰাম নহয় জীৱনকুমাৰ।



ত্ৰিলোচনৰ মনত পৰিল কৃষ্ণৰামে পুতেকৰ নাম দিব খুজিছিল তেওঁৰ নামৰ লগত মিলাই জীৱনৰাম। কিন্তু নগৰীয়া জীয়ৰী যমুনেশ্বৰীয়ে আপত্তি কৰি উঠিল, "নাই, নাই জীৱনৰাম ভাল নুশুনি। ৰামৰ দিন কেতিয়াবাই উকলিল, এতিয়া আৰু ৰামৰ দিন নাই। জীৱনচন্দ্ৰও যমুনেশ্বৰীৰ ভাল নেলাগিল। যমুনেশ্বৰীৰ নিলগীয়া মোমায়েক দেৱকুমাৰ বৰা ধনে-মানে এজন মানুহৰ লেখৰ মানুহ। তেওঁ আচলতে যিমান যমুনেশ্বৰীৰ মানত তাতোকৈ অনেক বেছি। তেওঁৰ নাম অনুসাৰেই যমুনেশ্বৰীৰ কথা মতে কৃষ্ণৰামৰ পুতেক জীৱন বা জীৱনচন্দ্ৰ নহৈ জীৱনকুমাৰ হল।

জীৱনৰ বিয়াত কেইদিনমানৰ আগতে আহি ত্ৰিলোচনে লাগি ভাগি দিছিল। ককাদেউতাকে মোমায়েকৰ বিয়া পতাৰদৰে ধুমধামেৰে কৃষ্ণৰামে পুতেকৰ বিয়া পাতিছিল। দৰাৰ লগত কন্যাঘৰলৈ অৰশ্যে হাতী যোৱা নাছিল। হাতীৰ সলনি গৈছিল চাৰিখন মটৰগাৰী আৰু এখন বাচ। ইয়াৰ ভিতৰতে যে হাতীৰ দিন উকলি গৈছিল আৰু উকলি তেনেকৈ নগলেও যাওঁ যাওঁ হৈছিল গাৱঁৰ বিয়াতো চাউল-দৈ খোৱাৰ দিহা। জীৱনৰ বিয়াত নিমন্ত্ৰিতসকলক খুওৱা হৈছিল লুচি-দাইল-ভাজি-দৈ আৰু যমুনেশ্বৰীৰ দিহা মতে নগৰৰ পৰা অনোৱা ৰসগোলা। নগৰৰ আটাইতকৈ ভাল মিঠাইৰলাটোৱেই এই ৰসগোলা তৈয়াৰ কৰি দিছিল।

কৃষ্ণৰামে কাণত লোকাপাৰ আৰু মূৰত চেখ মনেশ্বৰ আলিয়ে সাজি দিয়া পাগজেমা পিন্ধি ঢেকৰ লগোৱা দোলাত উঠি কন্যাঘৰলৈ গৈছিল। জীৱন দৰা হৈ কন্যাঘৰলৈ গৈছিল মটৰগাৰীত উঠি আৰু কাণত বা মূৰত একো নিপিন্ধি। লোকাপাৰ পিন্ধিবলৈ কৃষ্ণৰামৰ কাণত বিন্ধা আছিল, জীৱনৰ কাণকে ফুটুৱা নাছিল। তথাপি সূতাৰে বান্ধি পুতেকৰ কাণত লোকাপাৰ পিন্ধাবলৈ কৃষ্ণৰামৰ মন গৈছিল, পিছে পুতেকৰ আপত্তি হোৱাত আৰু যমুনেশ্বৰীয়েও পুতেকৰ লগতে উজান দিয়াত তেওঁ ক্ষান্ত দিব লগা হল। জীৱনৰ মাজে

মাজে সেওঁতা ফলা মূৰত শোভা পালে তুলসীৰ মালা এধাৰিয়ে মাথোন। তাকো চুলিৰ মিহি ভাজত কেনেবাকৈ আঁচোৰ লাগে বুলি মটৰগাৰীত উঠিয়েই জীৱনে হাতলৈ ললে, কন্যাঘৰত মটৰগাৰীৰ পৰা নমাৰ আগে আগে হে পুনৰ মূৰত সংস্থাপিত হল।

কন্যাঘৰত ৰভাৰ তলতে জোৰানাম গোৱা সম্পৰ্কত কন্যাঘৰীয়া আৰু দৰাঘৰীয়া মানুহৰ ভিতৰত কাজিয়া লাগিল। দৰাঘৰীয়া মানুহখিনিৰ এজন আছিল সুবোধ দোকানী। সুবোধ চিলঠৰ মানুহ কিন্তু কেতিয়াবাই সেই গাৱঁলৈ আহি তাতে দোকান এখন খুলি আধা-বঙালী আধা-অসমীয়া হৈ জীৱন নিৰ্ব্বাহ কৰিছিল। কাজিয়া শাম নপৰি চৰি যোৱাত সুবোধে হোম দিয়া ঠাইৰ চাৰি কাষে থকা গোটা বাহঁৰ গোজ এডালকে উভালি লৈছিল সিপক্ষৰ ৰৰকৈ অতপালি কৰাটোক টঙনিয়াবলৈ। ত্ৰিলোচন দৰা-ধৰা হৈছিল আৰু দৰাৰ কাষত দীঘল ওৰণীৰে মনৰ উগুলথুগুলনি ঢাকি বহি থকা কন্যাৰ উচুপনি বঢ়িয়াকৈ শুনিবলৈ পাইছিল। কৃষ্ণৰামে সুবোধ দোকানীৰ হাতৰ পৰা গোজডাল কাঢ়ি ললে। দৰা আৰু কন্যাৰ দুই বাপেকে কৈ-মেলি মানুহখিনিক শান্ত কৰিলে।

লৰাটোক ত্ৰিলোচনে সুধিলে, "তুমি জীৱনৰ লৰা ?"

"হয়।"

"দেউতাৰা ঘৰত আছে নে নাই ?"

"নাই ; কামলৈ গৈছে, স্কুললৈ।"

"তুমি স্কুললৈ যোৱা নাই কিয় ?"

"এনেয়ে যোৱা নাই ; সদায় স্কুললৈ গৈ ভাল নেলাগে।"

"এনেকৈ স্কুললৈ নগলে দেউতাৰে খং নকৰে নে ?"

"দেউতাই খং কৰিলে মই দেউতাকো খং কৰিম ; কম—মোক যে স্কুললৈ নোযোৱা বাবে খং কৰিছাঁ, তুমি নো পঢ়োঁতে কিমান স্কুললৈ গৈছিলা ? মই কিবা নেজানো নে কি ? ককাদেউতাই দেউতাক খং কৰি বকোঁতে মই শুনিছোঁ নহয়।"



এই প্ৰসঙ্গ আৰু বাঢ়িবলৈ নিদি ত্ৰিলোচনে সুধিলে, "ঘৰত এতিয়া মতা মানুহ কোন আছে ? ককাদেউতাৰা আছে ?"

"আছে। ককাদেউতাও আছে ময়ো আছোঁ।"

"ককাদেউতাৰাই এতিয়া কি কৰিছে ?"

"ভাত ৰান্ধিছে।"

"ককাদেউতাৰাই যে ভাত ৰান্ধিছে, মাৰাই কি কৰিছে ?"

"মাই বন্ধা ককাদেউতাই নেখায় নহয় ! ককাদেউতাই নিজেই ৰান্ধি খায়। মাই আমাক ৰান্ধি দিয়ে।"

"ককাদেউতাৰাই যে নিজে ৰান্ধিব লাগে, তুমিয়েই দেখোন ককাদেউতাৰাক ভাতকিটা ৰান্ধি দিব পাৰা।"

"মাই মোক নিদিয়ে নহয় ককাদেউতাক ভাত ৰান্ধি দিবলৈ।"

॥ ৭ ॥

আগতে ত্ৰিলোচনৰ চকুত পৰা নাছিল, এতিয়া হে চকুত পৰিল। চৰাঘৰটোতে লাগি অলপ আগবাঢ়ি যে গোসাঁই-ঘৰটো আছিল সেই গোসাঁই-ঘৰটো নাই। গোসাঁই-ঘৰ এটা নেথাকিব নে মোমায়েকৰ ঘৰত ? আছে নিশ্চয় আন কোনোবা পিনে।

ত্ৰিলোচনে জীৱনৰ লৰাটোক সুধিলে, "তোমালোকৰ গোসাঁই-ঘৰটো কেনি আছে ?"

"আমাৰ গোসাঁই ঘৰ নাই।"

"আগেয়ে এটা আছিল, তুমি সেইটো দেখিছিলা নে ?"

"নাই মই দেখা নাছিলোঁ। মাই কৈছিল সেইখিনিতে এটা গোসাঁই ঘৰ আছিল আৰু আইতাই বোলে সাৰি-মচি চাফ-চিকুণকৈ ৰাখিছিল।"

"আইতাৰে কি চাফ-চিকুণকৈ ৰাখিছিল ? আজো আইতাৰে

কেনেকৈ ফু নমৰাকৈয়ে ভাত খাব পৰা কৰি ৰাখিছিল তাক দেখিলা-হেতেন যদি তেহে।"

ত্ৰিলোচনে যেন চকুৰ আগতে দেখিলে গোসাঁই ঘৰটো যিটো বুঢ়ী মাকে চকুত লগাকৈ পৰিষ্কাৰ কৰি ৰাখিছিল কতো আনকি মকৰাজালো বান্ধিবলৈ নিদিয়াকৈ। পুৱা গা ধুই বৰমহৰিয়নীয়ে পুখুৰীৰ পৰা পানী আনি চুক-কাণ কেনিও বাদ নিদিয়াকৈ গোসাঁই-ঘৰটো মচিছিল, সাদিনৰ ভিতৰত অন্ততঃ দুদিন ৰঙা মাটিৰে আৰু বাকী কেইদিন অকল পানীৰেই। যেনে তেনে মাটিৰে বৰমহৰিয়নীৰ সুখ নেলাগিছিল। কত দিন বুঢ়ীমাকে ত্ৰিলোচনক পাচিছিল পুখুৰীক লগত লৈ গৈ তাক চকচকীয়া ৰঙামাটি দেখুৱাই দিবলৈ। চৰিয়া এটাত ৰঙা মাটি বঢ়িয়াকৈ গুলি গোসাঁই ঘৰটো তাৰে পিটিকি পিটিকি মচি বুঢ়ীমাকে ইমান নিমজ আৰু ধুনীয়া কৰিছিল যে চুলি এডাল পৰিলেও জিলিকি উঠিছিল।

পানী শৰাধ আৰু গোপিনী সবাহৰ পৰা আৰম্ভ কৰি ভোৰতাল বজাই নাম গোৱা আৰু শঙ্খ বজাই পূজা কৰালৈকে তেনে বিধৰ সকলো কাম গোসাঁই ঘৰটোতে অনুষ্ঠিত হৈছিল। গোসাঁই ঘৰটোত থাপনা হে আছিল, কোনো মূৰ্ত্তি নাছিল, যদিও বেৰত কালীয় দমন গোপীৰ বস্ত্ৰহৰণ আদি দুই-চাৰিখন ছবিয়ে শোভা পাইছিল। আগ কৰি থোৱা কালী পূজাও গোসাঁই ঘৰটোতে পতা হৈছিল, কিন্তু ক'লা ছাগলী আনি বলি নিদি সেন্দুৰৰ ফোঁট দি উচৰ্গা কৰি থৈছিল, আৰু পিছ দিনা বা তাৰ পিছ দিনা ছাগলিটো মাৰি ঘৰে-ঘৰোৱাহে খাইছিল। ওচৰ-চুবুৰীয়া দুই এঘৰেও তাৰ ভাগ পাইছিল আৰু এটা বুজন ভাগ পাইছিল পূজা কৰা বামুণজনে।

এবাৰ কটা ছাগলিৰ ভাগটো বামুণক দিবলৈ ত্ৰিলোচনক পঠাইছিল। ত্ৰিলোচন যাওঁতে হাস্পতালৰ ডাক্তৰৰ ঘৰত সোমাই তেওঁৰ পুতেক বৈকুণ্ঠক লগত লৈ গৈছিল। বৈকুণ্ঠ ত্ৰিলোচনতকৈ কেইবছৰমানৰ সৰু আৰু পঢ়াতো ত্ৰিলোচনতকৈ দুশ্ৰেণীমানৰ তল।



বৈকুণ্ঠৰ মাকৰ আখৰ ভাল নাছিল দেখি মাজে-সময়ে তেওঁ বৈকুণ্ঠৰ হতুৱাই ত্ৰিলোচনক মতাই আনি দেউতাকলৈ চিঠি লিখাইছিল। তেওঁ কৈ গৈছিল আৰু ত্ৰিলোচনে লিখি গৈছিল। ত্ৰিলোচনৰ প্ৰভাৱ বৈকুণ্ঠৰ ওপৰত এনেকৈয়ে বাঢ়িছিল। দুয়ো গৈ চাৰিআলি পাই তাতে বঙালী মিঠাইৱলা এটাই খোলা মিঠাই দোকানত সোমাল। দোকানী দুয়োৰে চিনাকি। বামুণলৈ অনা ছাগলিৰ ভাগটো মিঠাইৱলাক দি পেট ভৰাই ৰসগোলা আৰু আন মিঠাই খাই দুয়ো ঘূৰি-পকি ঘৰলৈ উলটি গৈছিল।

একে পাগতে নোখোৱা কোনো আলহী আহিলে গোসাঁই ঘৰটোতে ভাত ৰান্ধি খাইছিল। তেনে এজন আলহী আছিল হৰিকান্ত শইকীয়া, লোকেল বৰ্ডৰ অভয়চিয়াৰ আৰু যমুনেশ্বৰীৰ দূৰ সম্পৰ্কীয় ককায়েক। যমুনেশ্বৰীৰ শাহুৱেকৰ হাতে তেওঁ যে ভাত নেখাইছিলেই যমুনেশ্বৰীৰ হাতেও নেখাইছিল। গোসাঁই ঘৰতে তেওঁ নিজে ভাত ৰান্ধি খাইছিল। এবাৰ আহি তেওঁ ত্ৰিলোচনক দেখি যমুনেশ্বৰীক কলে, "গাটো বৰ ভাল নাই লগা দেখোন, তিলুকে চোন কোৱাঁ মোৰ ভাত কিটা সি ৰান্ধক।" ত্ৰিলোচনে আপত্তি কৰিলত মায়েকে কলে, "তুমি একো ভাবিব নালাগে, ময়ে ৰান্ধি দিম ককাইদেউক ভাত। এনে বৰ বৈষ্ণৱটো ওলাইছেহি।" ভাত-পানী ৰান্ধি দিলে যমুনেশ্বৰীয়েই সাক্ষী-গোপাল স্বৰূপে লগত ত্ৰিলোচনক ৰাখি। হৰিকান্ত শইকীয়াই খাই বৰ তৃপ্তি পালে আৰু ত্ৰিলোচনক কলে, "বৰ ভাল ৰান্ধিছ অ' তই।"

"খাই ভাল পালে মোৰ ৰন্ধা ?"

"সুধিছ নে তই মোক আকৌ? ইমান ভাল ৰান্ধিবলৈ তোক কোনে শিকালে ?"

"কোনে শিকাব আৰু? মাইদেৱে।"

হৰিকান্ত শইকীয়াৰ বাহিৰে বৰ-মহৰিৰ ঘৰত মাজে মাজে আহি আলহী হৈছিল দীনদয়াল বাবাজী। তেওঁ আহি দহ-পোন্ধৰ দিন

থাকি হে বিদায় হৈছিল। দুপৰীয়া তেওঁ নিৰামুহীয়া ভাত-আঞ্জা খাইছিল আৰু ৰাতি খাইছিল ডাঠকৈ বেলি, ঘিউত ভজা ময়দাৰ ৰুটী আৰু এবাতি ঘন অৰহৰ বা বুটৰ দাইল। একো দিনা বাকীবোৰেও ভাত নেখাই ৰুটী দাইল খাইছিল। বৰমহৰিৰ ঘৰত আলহী থকা কেইদিনত দীনদয়াল বাবাজীয়ে পাইছিল যত্ন আৰু শ্ৰদ্ধা। যাবৰ দিনা পাইছিল খামুচীয়াকৈ দক্ষিণা।

মানুহৰ ঘৰে ঘৰে থাকি দীনদয়াল বাবাজীয়ে ডেকা লৰা আৰু গাভৰু ছোৱালীৰ সন্ধেদ লৈ এঘৰৰ পৰা বিয়াৰ প্ৰস্তাৱ নি সিঘৰক দিছিল আৰু তেওঁৰ প্ৰস্তাৱ মতেই কোনো কোনো ক্ষেত্ৰত বিয়াও হৈছিল। নিৰ্ম্মলাৰ খবৰো পোনতে আনি দিছিল বাবাজীয়েই। কৃষ্ণৰামক কৈছিল আহি তেওঁ, "ৰূপে-গুণে বৰ ভাল ছোৱালী নিৰ্ম্মলা, জীৱনৰ লগত মিলিব।" যমুনেশ্বৰীয়ে নিজে গৈ চাই নিৰ্ম্মলাক পছন্দ কৰি আঙঠী পিন্ধাই থৈ আহিল আৰু তাৰ দুমাহৰ পিচত বিয়া হৈ গল। বাবাজীয়ে তেওঁৰ ঘৰৰ পৰা টেলিগ্ৰাম পাই উত্তৰ প্ৰদেশৰ গোৰখপুৰ জিলাৰ কোনোবা গাৱঁলৈ হঠাতে যাব লগীয়া হোৱাত সেই বিয়া দেখিবলৈ নেপালে। পিছত আহি দীঘল লগুণত দীঘলকৈ তললৈ হাতেৰে ধৰি তেওঁ দৰা-কন্যাক আশীৰ্ব্বাদ কৰিছিলহি।

তেতিয়া ত্ৰিলোচনৰ সন্দেহ হোৱা নাছিল, পিছত বহুত দেখি আৰু শুনি ত্ৰিলোচনৰ একো একো সময়ত সন্দেহ হৈছিল, দীনদয়াল বাবাজীৰ লগুণগছ আচল নে নকল। দীনদয়ালে লগুণ লৈছে বামুণ বুলি নে, নাই লগুণ লৈ বামুণ সাজিছে? ত্ৰিলোচনে এটা গল্প শুনিছিল। ভাটী ফালৰ পৰা বলদ গৰুৰ পাল লৈ বেচিবলৈ অহা দেচুৱালী এদলৰ এটাই গৰুবিলাক বিক্ৰী হোৱাৰ পিছত দেশলৈ ঘূৰি নগৈ লগুণ এগছ পিন্ধি বামুণৰ ভেশ ধৰি অসমতে টিঘিলঘিলাই আছিল আৰু ঘৰলৈ এমাহে দুমাহে মণি-অৰ্ডাৰ কৰি টকা পঠাইছিল। তেনে ধৰণৰ বামুণ নহয়তো দীনদয়াল বাবাজী? নহয় বুলি নো কোনে কব খাটাংকৈ? দীনদয়াল বাবাজীয়ে কপালত চন্দনৰ



ফোঁট এটা লৈছিল সঁচা, কিন্তু তেনেকৈ তেওঁতো পূজা-অৰ্চ্চনা কৰা নাছিল।

পূজা-অৰ্চ্চনা কৰা নাছিল কেলেই দীনদয়াল বাবাজীয়ে? কৰিছিল। তেওঁ কৰিছিল সদাশিৱৰ পূজা, আৰু দিনটোত কমেও তিনিবাৰ গঞ্জিকা সেৱন কৰিবলৈ নেপালে তেওঁৰ গাত পোৰণি উঠিছিল যেনেকৈ উঠিছিল সময়মতে কানি খাবলৈ নেপালে কানিয়াৰ গোটেই গাত পিৰপিৰণি। বাবাজীয়ে চিলিমত দীঘলকৈ হোপা মাৰি উলিওৱা ভাঙৰ গোন্ধে গাৱঁৰ দুই-এজন ভঙুৱাকো তেওঁৰ ওচৰ পোৱাইছিল, আৰু মহাদেৱৰ প্ৰসাদত আটাইকেইজনৰ চকু ৰঙা হৈ উঠিছিল।

জীৱনৰ লৰাটোৱে সুধিলে, "আপুনি কি ভাবিছে?"

"ভাবিছোঁ দীনদয়াল বাবাজীৰ কথা।"

"কোন দীনদয়াল বাবাজী?"

"তুমি কেনেকৈ চিনিবা? তোমাৰ ককাদেউতাৰ, আইতাৰ আৰু মাৰাই হে চিনে,ময়ো চিনি পাওঁ। এতিয়া জানো আছে নে নাই দীনদয়াল বাবাজী?"

## ॥ ৮ ॥

ঘৰৰ চেহেৰাৰ দৰেই কৃষ্ণৰামৰ চেহেৰাৰো আগৰ পয়োভৰ নাই। সেই পোন-দীঘল-হটঙা মানুহটো ধেনুভিৰীয়া হৈ গল। ঘূৰণীয়া পূৰঠ মুখখন টোটোবা পৰিল, দুফালে গালৰ হাড় ওলাল, আৰু দুয়ো পাৰিৰে আগৰ দাঁত কেইটা সৰিল। কেইবছৰ নো বাৰু ত্ৰিলোচন মোমায়েকৰ ঘৰলৈ অহা নাছিল? ত্ৰিলোচনৰ মনত পৰিল জীৱনৰ লৰাটোৰ অন্নপ্ৰাসনৰ সময়ত সি যে মোমায়েকৰ ঘৰলৈ আহিছিল তাৰ পিছত এইফালে আৰু মুকে কৰা নাই। কেইবছৰ নো হল

বাৰু ? হয় যদি বাৰ বছৰ। এই কেই বছৰতে মোমায়েকৰ ইমান পৰিবৰ্ত্তন ঘটিল।

কৃষ্ণৰামে ত্ৰিলোচনৰ মুখত হাত ফুৰাই মৰম কৰি কলে, "মই ভাবিছিলোঁ মই হে ডাড়ি-চুলি পকাই বুঢ়া হলোঁ, এতিয়া দেখিছোঁ তয়ে বুঢ়া যেন হলি। তেৰো চুলি পকিল। ডাড়ি-গোফ তো নৰখাই হলি তইঁতে। চুলি যে পকিলেই ইফালে টপাও হলি। মই এতিয়াও তোৰ সমান টপা হোৱা নাই, চা মোৰ এয়া চুলি। কেনেকৈ তই টপা হলি ইমানকৈ ? হঠাতে বাটত লগ পোৱা হলে তোক চিনিবই নোৱাৰিলোঁহেতেন। পিছে নহা মানুহটো যে আহিলি ? ইমান দিনৰ মূৰত মোমায়েৰলৈ মনত পৰিলনে কি ?"

"সদায়েই মনত পৰে মোমাইদেউ। পিছে আহোঁ বুলি জানো আহিব পাৰি ? আপোনাৰ পৰা কিমান দূৰত থাকোঁ ভাবি চকচোন। আপুনি এমূৰে আৰু মই একেবাৰে সিমূৰে, শিলচৰত। কত চেষ্টা কৰিছোঁ, কতক কৈছোঁ, তথাপি শিলচৰৰ পৰা এই ফালে বদলি হব পৰা নাই।"

"এতিয়া নো আহিলি কেনেকৈ ?"

"ঘৰলৈ আহিছিলোঁ মাহীদেউক থবলৈ।"

আচৰিত হোৱা যেন হৈ কৃষ্ণৰামে সুধিলে, "মাহীমাৰ গৈছিল নে কি তোৰ তালৈ ? আগেয়ে দেখোন ঘৰৰ পৰাই নোলাইছিল। এতিয়া একেবাৰে শিলচৰ পালেগৈ নে ?"

"আগেয়ে নোলাইছিল দেউতাই ওলাবলৈ নিদিছিল দেখি। এতিয়া তো আৰু দেউতা নাই। কিন্তু মোৰ তালৈ গল হে, থাকিলে জানো ? যেনেকৈ মোৰ তালৈ নিবলৈ সুলোচনক তৎ নিদিলে তেনেকৈ মোক তৎ নিদিলে ঘৰলৈ লৈ আহিবলৈ। মই কৈছিলোঁ থাকক কিছু দিন মোৰ লগতে বুলি। মোক এদিন মাহীদেৱে সুধিলে মই থকা ঘৰটো মোৰ নে কাৰোবাৰ। মই ভেৰোণীয়া ঘৰ বুলি কলোঁ, মোৰ ঘৰ নহয়। মোক তেতিয়া সুধিলে, 'ইয়াত তোৰ



মাটি আছে নে নাই ?' মই কলোঁ, নাই। মই কবলৈ হে পালোঁ মাহীদেৱে জিকজিকাই উঠিল, নোৱাৰি তেনেহলে তোৰ ইয়াত থাকিব। মই সুধিলোঁ, 'কেলেই ?' উত্তৰ আহিল, 'তোৰ যেতিয়া ইয়াত মাটি এচমকাও নাই, মৰিলে লোকৰ মাটিত হে মোক থৰি দিব লাগিব, তোৰ লগত আৰু থাকো কেনেকৈ ? তাৰ পিছত ইমানকৈ ঘৰলৈ যাওঁ, ঘৰলৈ যাওঁ কৰিবলৈ ধৰিলে মই পাঁচ দিনৰ ছুটী লৈ মাহীদেউক ঘৰলৈ লৈ আহিবলৈ তৎ নেপালোঁ। ঘৰৰ পৰাই এতিয়া ইয়ালৈ আহিছোঁ, আপোনাক চাবলৈ।"

এটা হুমুনীয়া কাঢ়ি কৃষ্ণৰামে কলে, "কিনো মোক চাবি বোপাই ? মই জানো তোৰ আগৰ মোমায়েৰ হৈ আছোঁ ? মায়েৰ ঢুকুৱাৰ পিচৰ পৰা মই জীয়াই থাকিও মৰাৰ নিচিনা। সাধী-সতী-পুণ্যৱতী আছিল তোৰ মায়েৰ, সেইদেখি ভালে ভালে আগতেই সিপুৰী পালেগৈ। পাপী মই, মোৰ যমৰ যাতনা ভুগিব লগা আছে, মই মৰিম কেলেই ? মায়েৰৰ ভাগ্য ভাল, পুতেক-বোৱাৰীয়েকৰ লাঞ্ছনা-অপমান সহিব লগা নহল। মই কিন্তু পোতকটো ভালকৈ পাইছোঁ আৰু ত্ৰাহি মধুসূদন স্মৰিছোঁ।"

"আপুনি দেখোন বোৱাৰীয়েকক তাহানিখন বৰকৈ শলাগিছিল। এতিয়া এনেকুৱা হলগৈ নে ?"

"বুজিব নোৱাৰিছিলোঁ আগতে, তিলু, মানুহক চিনা বৰ টান।

"জীৱনে ঘৈণীয়েকক একো নকয় নে ?"

"কি কব সি ? সিও ঘৈণীয়েকৰ লগত হে উজান দিয়ে। মোৰ হৈ ঘৈণীয়েকক সি কব কেনেকৈ ? মোৰ তো আৰু তলি উদং। ককাদেউতাৰে কেঞাক বিশ্বাস কৰি কেঞাৰ-ঘৰত টকা থৈ পস্তালে ; টকা লৈ কেঞাই এদিন পলায়ৰ্দ্ধং কৰিলে। মই পস্তাইছোঁ জীৱনৰ কথাত ভোল গৈ তাক দোকান খুলিবলৈ টকা দি। মায়েৰ মৰাৰ পিছত গা-মন ভাল নলগাত মই চাহাবক কৈ কাম এৰি দিলোঁ। লোহাৰ বাকচত হাজাৰচেৰেক ৰূপ গোট খাইছিল। তাকে নি

জীৱনে চাৰিআলিত দোকান খুলিলে আমাৰ সেই মাটিডোখৰতে ঘৰ এটা সাজি। দোকানৰ মালিক হৈ জীৱনৰ আয়ম আগতকৈও চৰি গল। দোকানত সি ভৰিৰ ওপৰত ভৰি তুলি বহি থকা হল মানুহ এটাৰ ওপৰত সকলো ভাৰ দি। তথাপি তিনি বছৰমান দোকান ভালেই চলিল। তাৰ পিছত দোকানত লাল বাতি জ্বলাব লগা হল। এতিয়া আমাৰ ঘৰটো ভাৰা লৈ কেঞ্চাই দোকান খুলি দুহাতেৰে ধন আৰ্জিব লাগিছে।"

কৃষ্ণৰামে আৰু কলেহেতেন, কিন্তু সিমানতে ত্ৰিলোচনে মাত লগালে। "জীৱনে যে মাষ্টৰি কৰে দৰমহা কিমান পায়?"

"কিমান পাব আৰু এইডেড হাইস্কুলত? পায় ১৩৫ টকা। দোকান ঘৰটোৰ ভাৰাখিনি মই বাহিৰে বাহিৰে শঙ্কৰলৈ পঠাই দিওঁ। তাৰে তাৰো নচলে; সি এঘৰত লৰা পঢ়াই কেইটকামান পায় দেখি হে।"

ত্ৰিলোচনে জানে শঙ্কৰে বি-এ পাছ কৰি এম-এ পঢ়িছে আৰু লগতে পঢ়িছে আইন। চোকা-বুধিৰ লৰা শঙ্কৰ, জীৱনৰ দৰে গাধা নহয়। জীৱনে তিনিবাৰ বি-এ পৰীক্ষা দিলে আৰু তিনিবাৰেই ফেইল হল। শঙ্কৰে কোনো পৰীক্ষাত এতিয়ালৈকে ফেইল হোৱা নাই। মেট্ৰিকুলেচনত সি জলপানী পাইছিল।

কৃষ্ণৰামে কলে, "শঙ্কৰে বা পঢ়ি-শুনি আহি কি মূৰ্ত্তি ধৰেহি কোনে জানে? হওঁতে ককায়েকৰ দৰে সি হব নেলাগে। মোৰ অৱস্থা জানি সি মোলৈ প্ৰায়ে লিখে দোকানঘৰৰ ভাৰাৰ পৰা কুৰিটকা কমকৈ তালৈ পঠাবলৈ আৰু সেই টকা মোৰ দৰকাৰ মতে খৰচ কৰিবলৈ। কোনো মাহত সি তাৰ পৰাই কুৰি টকা মোলৈ পঠাই দিয়ে। মই মানা কৰি চিঠি লিখিলেও নুশুনে। সি হাত ধৰি চলিব জানে, জীৱনৰ নিচিনা ধোঁৱাখুলীয়া নহয়। কলেজত পঢ়োঁতে জীৱনে কমবোৰ টকা ভাঙিলে নে? পোছাকৰ উপৰি পোছাক ললে, ভালৰো ভালটো পিন্ধিবলৈ নেপালে তাৰ টোপনিয়েই নহা হল।"



ত্ৰিলোচনে নমতাকৈ থাকিব নোৱাৰিলে, "আপুনিয়েই তো শিকালে তাক ভালৰো ভালটো পিন্ধিবলৈ। সৰুতে কলিকতাৰ ইংৰাজী দোকানৰ পৰা হে দেখোন আনি দিছিল তাৰ পোছাক, আৰু এটা-দুটা পোছাক নহয়, বিধে বিধে পোছাক।"

"এৰা, দিছিলোঁ। আনি মায়েৰৰ উৎপাতত তৎ নেপাই। মায়েৰক নো আকৌ আজুৰিছোঁ কেনৈ? মই নিদিওঁ বোলা হলে নো কোনে কি কৰিলেহেতেন? ময়ে দিলোঁ আনি কলিকতাৰ পৰা তাৰ পোছাক। দিব নেলাগিছিল।"

ত্ৰিলোচনে ঘপ্ কৰে সুধিলে, "আপোনালৈ যে শঙ্কৰে এনেকৈ টকা পঠায়, জীৱনে আপোনাক টকা-শিকা একো নিদিয়ে নে?"

"দিয়ক চাৰি সিহে মোক আকৌ টকা খোজে। পিছে মই দিওঁ কৰপৰা? শঙ্কৰে টকা পঠোৱা গম পালেই সি আহি তাৰে কেইটকামান মোৰ পৰা সৰকায়।"

"আপুনি পিছে কেনেকৈ চলে?"

"মোতকৈও নিঃকিন মানুহ আছে এই পৃথিবীত। সিহঁতৰ যেতিয়া চলি যায় মোৰ নো নেযাব কিয়? মই বহুত ভালেৰেই আছোঁ।"

ত্ৰিলোচনৰ কাণৰ ওচৰলৈ মুখখন আনি কৃষ্ণৰামে ফুচফুচাই কলে, "তোক হে কওঁ তিলু, মোৰ হাতত এতিয়াও দুহেজাৰমান টকা আছে। মাটিত পুতি থৈছোঁ। আমাৰ বাৰীৰ পিছ ফালে ঢাপৰ ওচৰত যে অমৰা জোপা আছিল তোৰ মনত আছে নে?"

"আছে। বঢ়িয়াকৈ মনত আছে।"

বঢ়িয়াকৈ মনত নাথাকিব কিয় ত্ৰিলোচনৰ? সৰুকালত ময়নীৰে সৈতে কত দিন গছজোপাৰ তলৰ পৰা পকা অমৰা বুটলি আনি দাঁতেৰে কামুৰি ফুটা উলিয়াই লৈ চুপি চুপি দুয়ো খাইছিল। কত দিন অমৰাজোপাৰ কাষৰ ধান দাই নিয়া পথাৰখনত ময়নীয়ে সিয়ে চেঁচোৰ খান্দি ফুৰিছিল বুঢ়ীমাকৰ চিঞৰ-বাখৰ আৰু ডাবি-ধমকি একেবাৰে আওকাণ কৰি।

"তাৰ ওচৰতে পুতি থৈছোঁ টকাখিনি। তই আকৌ এই টকাখিনিৰ কথা জীৱনক নকবি। তই নকৱ বুলি জানো, তথাপি কৈছোঁ। এই টকাৰ সন্তেদ পায় শঙ্কৰে আৰু আজি পালি তই।"

মোমায়েকে যে ত্ৰিলোচনক ভাল পায় আৰু বিশ্বাস কৰে সেই কথা সি জানে।

॥ ৯ ॥

কৃষ্ণৰামে জীৱনৰ লৰাটোক কলে, "এনেকৈ যে আহিছ গৈছ, কথাৰ ওৰ লৈছ, বৰদেউতাৰ আহিছে দেখা নাই। মাৰক কৈ চাহ-জলপান আনগৈ বৰদেউতাৰলৈ।"

ত্ৰিলোচনে "চাহ এপিয়লা দিব পাৰা এতিয়া, জলপান পিছে-পৰেও খাম" বুলি লৰাটোক কৈ মোমায়েকক সুধিলে, "নাতিয়েকৰ নামটো বা কি?"

"নাম তাৰ ভৱানীকুমাৰ; আমি মাতো বাপুকণ বুলি।"

বাপুকণে তপৰাই মাত লগালে, "মই হলে ভবানীকুমাৰ নিলিখোঁ, ভবানী হাজৰিকাহে লিখোঁ।"

ভিতৰৰ পৰা লৰ মাৰি আহি বাপুকণে সমিধান দিলেহি গাখীৰ নাই। চাহৰ সলনি নেমুটেঙাৰ চৰ্পতকে দিবনেকি মাকে সুধি পঠাইছে। ত্ৰিলোচনে মুখেৰে একো নেমাতিলেও তাৰ মুখত এনে এটা ভাব প্ৰকাশ পালে যাৰ অৰ্থ কৃষ্ণৰামে বুজা মতে এয়ে যে চৰ্পত খাবলৈ যদিও তাৰ আপত্তি নাই চাহ এপিয়লা পোৱা হলে হে ত্ৰিলোচনে ভাল পালেহেতেন।

কৃষ্ণৰামে বাপুকণক কলে, "মোক দিয়া গাখীৰৰে অকণমান গিলাচটোত আছে। তাৰেই ভালকৈ চাহ কৰি দিবলৈ কগৈ।"

একো সোধা নাছিল ত্ৰিলোচনে, কিন্তু তাক নিমাতে থকা দেখি তাৰ মুখলৈ চায়েই কৃষ্ণৰামে বুজিলে সি কি প্ৰশ্ন কৰিব খুজিও কৰিব



পৰা নাই। কৃষ্ণৰামে কলে, "সেই দিন আৰু নাই, তিলু। ককাৰ বুঢ়ীমাৰ আৰু মায়েৰৰ লগতে সেইদিন গল। গৰুৰে গোহালি ভৰি আছিল একালত, দিনে আঢ়ৈ সেৰ তিনি সেৰকৈ গাখীৰ হৈছিল, তই তো জানই সকলো। এতিয়া এজনী মাত্ৰ গৰু আছেগৈ। দুবেলা খীৱালে আধেৰমান গাখীৰ ওলায়, তাৰে এভাগ সিহঁতৰ, এভাগ মোৰ। গৰুৱে গাখীৰ নো দিব কৰ পৰা? কিবা দানা-পানী খুৱালে হে!"

"গাখীৰ এটোপাৰে ইমান কষ্ট, আপুনি ইয়াত আছে কেনেকৈ? তাহানিখন দেখোন আপুনি ডেৰাপোৱামান গাখীৰ একেবাৰেই পি থৈছিল। তাকো আকৌ খিৰাই পোনে পোনে নি আপোনাক দিব লাগে ফেন উঠি থাকোঁতেই খাবলৈ।"

কৃষ্ণৰামে ইফালে সিফালে চাই কলে, "এতিয়াও সিহঁতৰ ভাগৰ গাখীৰ অলপ নহয় অলপ থাকিব পায়। পিছে মোৰ গাখীৰ আছে বুলি জানে নহয়, নিজৰ ভাগৰখিনিত আৰু হাত দিয়ে কেনেকৈ!"

"ইমানখিনি পাইছেগৈ নে?"

"মইনো পাৰোঁতে নিজে ৰান্ধি খাবলৈ লৈছোঁ নে? উপায় নেপাই হে নিজে ৰান্ধি খাবলৈ লৈছোঁ।"

বাপুকণে এনামেলৰ পিয়লা-পিৰিচ এযোৰত চাহ আনি ত্ৰিলোচনক দিলেহি। ত্ৰিলোচনে দেখিলে বগা পিয়লা-পিৰিচ-যোৰৰ ঠায়ে ঠায়ে কলা পৰিছে, পিয়লাটোৰ নালডাল ভগা। চাহৰ পিয়লাটো মুখলৈ তুলি কিন্তু চাহত শোহা নেমাৰি ত্ৰিলোচনে কলে, "মই হলে আপোনাৰ ইয়াত পিয়লা পিৰিচত চাহ খাম বুলি ভবা নাছিলোঁ। বান-বাটিত চাহ খাবলৈ এৰিলে কেতিয়াৰ পৰা?"

"যেতিয়াৰ পৰা ভাবিলোহঁক ভদ্ৰলোকৰ শাৰীলৈ উঠিলোঁ বুলি তেতিয়াৰ পৰা। তই দেখিছোঁ ইমানকৈ পঢ়িশুনিও পূৰাকৈ ভদ্ৰ সমাজৰ শাৰীলৈ উঠিব পৰা নাই। নহলে নো তই একাপ চাহ নুবুলি মোৰ দৰেই এপিয়লা চাহ বোল নে? পিয়লা-পিৰিচ নহয়,

কাপ-প্লেট। নুবুলিব নো কেলৈ? আটাইবোৰ যে চাহাব হল। তই হে আজি চুৰিয়াখন পিন্ধিছ। জীৱনৰ খুলশালীয়েকটো ইয়ালৈ আহিলে কোটপটলুং হে পিন্ধি আহে আৰু খাওঁতে-শোওঁতে চুৰিয়া নিপিন্ধি পাইজামা পিন্ধে। অথচ সি কোনোবা অফিচত ছকুৰি টকীয়া কেৰাণী কাম কৰে। তোৰ দৰে ছশটকীয়া কাম নকৰে। ময়ে বহুত দেখিলোঁ। তই আৰু দেখিবি, কিয়নো তই মোতকৈ সৰহ দিন জীবি।"

"যাৰ যেনে অভিৰুচি। কিন্তু এনেকুৱা কাপৰে খোৱা পিয়লাত চাহ খোৱাতকৈ কাঁহৰ বাটিত চাহ খোৱা বহুত ভাল। জীৱনে জানো সেই কথা নেজানে?"

"জানিও নেজানে, শুনিও নুশুনে। মই কওঁ হে কওঁ, ককিন্তু মোৰ কথা কোনে শুনে? মোৰ ওপৰতো যে আছে মহাৰাণী। বুঢ়ীমাৰৰ কঁৰীয়া এযোৰ আছিল, আজো-বুঢ়ীমাৰৰ দিনৰে। বুঢ়ীমাৰে দি গৈছিল মায়েৰক আৰু মায়েৰে পুৰণি বস্তু বুলি বৰ আতোপুতোকৈ ৰাখিছিল। মায়েৰ ঢুকুৱাৰ পিছত মায়েৰে যেনেকৈ থৈ গৈছিল তেনেকৈ বাকচত থৈ দিছিলোঁ। মহাৰাণীৰ হুকুম হল, আৰু যেই হুকুম সেই কাম। কঁৰীয়াযোৰ ভঙাই তাৰে জীৱনে গঢ়ালে এযোৰ কাণফুল ঘৈণীয়েকলৈ। ঘৈণীয়েকৰ কাণফুল নে ইয়েৰিং আছিলেই, আৰু এযোৰ নোহোৱাহেতেনো হলহেতেন। মই পিছত হে গম পালোঁ। সুধিলত কলে বোলে কঁৰীয়াযোৰ সাঁচি থৈ নো কি হব? আজিকালি কঁৰীয়া নিপিন্ধে, কেকও নিপিন্ধে, কাণফুল হে পিন্ধে। মোৰ উত্তৰ নাইকিয়া হ'ল। মই যে কিমান মৰমত বুঢ়ীমাৰ মায়েৰৰ চিন বুলি কঁৰীয়াযোৰ সাঁচি থৈছিলোঁ। তাক ইহঁতে কি বুজিব? বৰ বিৰক্তি লাগিছে সঁচা ইহঁতৰ লগত থাকি; কেতিয়া নো ইহঁতৰ হাত সাৰি যাব পাৰোঁ। মই তাকে হে ভাবিছোঁ তিলু।"

"আপুনি বলক মোৰ লগতে থাককগৈ; এনেকৈ ইয়াত কেলৈ থাকিব লাগিছে?"



"নিজৰ লৰাৰ লগত থাকিয়েই ভাল পোৱা নাই; তোৰ লগত থাকি ভাল পাম নে?"

"কেলেই নেপাব? আপুনি গৈ থাকিলে আপোনাৰ ভাগিন বোৱাৰীকেও বৰ ভাল পাব। কোনো কথাতে আপুনি অসুবিধা নেপায়।"

"তোৰ তালৈ গলে মোৰো মাহীমাৰৰ দশাই হব।"

"মানে?"

"ইয়ালৈ ঘূৰি আহিবলৈ তৎ নোহোৱা হব। বেয়া পালেও ভাল পালেও সিহঁত মোৰে পো-বোৱাৰী। সিহঁতক লৈয়ে মই থাকিব লাগিব। সিহঁতক এৰিব পাৰিলেও মই মোৰ গাওঁখন এৰিব নোৱাৰোঁ। এই গাৱঁতে উপজিছোঁ, এই গাৱঁতে মৰিমো। তই বেয়া নেপাবি তিলু, তোৰ তালৈ মই যাব নোৱাৰিম। কিন্তু মই বৰ ভাল পালোঁ। তই যে মোক তোৰ লগত থাকিবলৈ মাতিলি।"

১৯৬৪

## পেন্সনধাৰী

জীয়েকৰ বিয়া দিবলগীয়া হলহি অথচ ভদ্রেশ্বৰ দাসৰ খবৰ নাই। ভায়েকৰ ওপৰতে তাৰ ভাৰ দি তেওঁ নিশ্চিন্ত। হাইস্কুলত ত্রিশ বছৰ শিক্ষকতা কৰি ভদ্রেশ্বৰ এতিয়া পেন্সনধাৰী আৰু হৰেশ্বৰ বৰ বেছি নাম নথকা উকীল।

অকল ভায়েকৰ আৰ্জন আৰু তেওঁৰ পেঞ্চন কেইটকাৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱা হলে ঘৰ চলাবলৈ মস্কিলেই হলহেতেন। থকা-মেলাৰ অৱশ্যে সমস্যা নাই, নিজৰে ঘৰ, দেউতাকৰ দিনতে সজোৱা, পুৰণি ধৰণৰ হলেও ঘৰো আহল-বহল ডাঙৰ। থকা ঘৰৰ কাষতে তুপিনে দুটা ঘৰ। সেই দুটা ভাৰালৈ দি ভাৰা পায়। গাৱঁত ৰূপিত মাটিও ভালেখিনি আছে। তাৰ পৰা পোৱা ধানৰ এভাগেৰেই বছৰটো খাবলৈ জোৰে, বাকীখিনি বিক্রী কৰি দিয়া হয়।

ককায়েক-ভায়েকৰ যে মিলেই দুই জাকৰো বৰ মিল। ঘৰখনত সপ্তাহত এদিনমালহে যদি আলহী নোহোৱাকৈ থাকে, কোনো কোনো দিনা আলহীৰে উঁহুলিমুঁহুলি লাগি পৰে, আৰু ৰান্ধনি লৰাটোৰেও চেগ চাই পুলুকা মাৰে। তেতিয়া ৰান্ধনি লৰাটোক শাও-শপনি নিদি মনৰ হৰিষেৰেই দুয়োজনী গিৰিহতনীয়ে লাগি-ভাগি ৰান্ধে, কেতিয়াবা বা এজনীয়েই ৰান্ধে, কোনেও কাৰো বাগী নধৰে। গোটেই ঘৰখনত এটা শান্ত-সুশ্রী পৰিবেশ। নিজৰ মানুহৰ বাজে আনৰ লগত ককায়েক-ভায়েক বাহিৰে কুঠুৰা আৰু নিৰস, সতকাই মাতকে দিব নোখোজে, কিন্তু কনকলতা আৰু সুপ্রভা বাহিৰে-ভিতৰে কোমল আৰু ৰসাল। তেওঁলোকৰ এক বিশেষ গুণ কথাই-বতৰাই আদৰ-অভ্যৰ্থনাই তেওঁলোকে নিলগীয়া মানুহকো আপোন কৰি লব পাৰে। সুপ্রভাৰ দদায়েকৰ পুতেক গুৱাহাটীলৈ আহিলে



নিজৰ আপোন বায়েকৰ ঘৰত থকাতকৈ ইয়াত থাকিবলৈ হে বেছি ভাল পায়।

চিত্রাৰ বিয়া দদায়েকেই ঠিক কৰি পেলালে। ভদ্রেশ্বৰে ভালো পালে, ভালো বুলিলে। তেওঁৰ বিশেষকৈ ভাল লাগিল দৰাৰ ঘৰ নগাৱঁত—যোৰহাট, গোলাঘাট, শিৱসাগৰ, ডিব্রুগড়ৰ নিচিনা দূৰণি ঠাইত নহয়। একালত নগাৱোঁ তেওঁৰ দূৰণি যেন লাগিছিল। তেওঁ যেতিয়া চফল ডেকা আছিল তেতিয়া। তেওঁৰ মনত পৰিল ৰেলেৰে কামপুৰলৈ গৈ তাৰ পৰা গৰুগাৰীৰে নগাৱঁলৈ তেতিয়া যাব লাগিছিল। এতিয়া ৰেলেৰে নগাৱঁলৈকে যাব পাৰি, গৰুগাৰীৰে হেলো-হৈছো কৰিব নালাগে। ইখন ৰেল এৰি সিখন ৰেলত জাপ মাৰি উঠিলেই হল। মটৰগাৰীৰেও যাব পাৰি, মটৰেৰে আঢ়ৈ ঘণ্টা বা তিনি ঘণ্টাতে নগাওঁ পায়। পুৱা গৈ কেই ঘণ্টামান থাকি একে দিনাই আহোঁ বুলিলে ঘূৰি আহিবও পাৰি। ভদ্রেশ্বৰে শুনি ভাল পালে যে লৰাজনৰ দেউতাক তেওঁৰ দৰেই পেঞ্চনধাৰী আৰু লৰাজন নতুনকৈ কামত সোমোৱা ছব-ডেপুটী কলেক্টৰ।

বিয়া সুকলমে আৰু সমাৰোহেৰে হৈ গল। ছোৱালী উলিয়াই দিবৰ সময় আহিল। দেউতাকক সেৱা কৰাবলৈ চিত্রাক নিয়া হল, আৰু চিত্রাই চকুৰ পানীৰ ভিতৰেদি দেখিলে দেউতাকে ফেকুৰি ফেকুৰি কান্দি আছে। চিত্রাই সেৱা কৰাৰ লগে লগে দেউতাকৰ কান্দোন চৰি গল। তেওঁৰ ওচৰৰ পৰা চিত্রাক লৈ অহাৰ পিছতো তেওঁ যতে আছিল তাতে উচুপি উচুপি কান্দি থাকিল।

কিছুমান বেলিৰ পিছত জেপত থকা নেমুটেঙাটোত হাত লাগি ভদ্রেশ্বৰে চকুৰ পানী মচি খকমককৈ উঠি বাপক মাতিলে। বাপ তেওঁৰ একমাত্র পুতেক অনন্তেশ্বৰ। বাপ আহিলত ভদ্রেশ্বৰে জেপৰ পৰা নেমুটেঙাটো উলিয়াই পুতেকক দি কলে, "হোঁ, এই নেমুটেঙাটো চিত্রাক দেগৈ।"

ইমান পোনপটীয়া কথাষাৰো বুজিব নোৱাৰি অনন্তেশ্বৰে

দেউতাকৰ মুখলৈ চোৱাত তেওঁ কলে, "মুখলৈ চাই ৰলি যে বুজা নাই নে? জোৰাবাটৰ সিফালে পাহাৰৰ মাজেদি যাওঁতে চিত্রাই নেমুটেঙাটো মাজে মাজে শুঙি যাব, নহলে মূৰ ঘূৰাই বমি হব পাৰে ৰাস্তাটো যেনেকৈহে তল-ওপৰ কৰি ঘূৰি পকি গৈছে। মই নিজে পাই থৈছোঁ নহয়!"

"কিন্তু চিত্রা দেখোন গলেই। এতিয়া মানে জোৰাবাট পাৰ হৈ যাব পায়।"

"তেনেহলে কি হব এতিয়া?"

"আপুনি এইবোৰ একো ভাবিব নেলাগে। তাইক মই এয়াৰ ছিকনেছ পিল খুৱাই পঠাইছোঁ। মূৰ ঘূৰোৱা বা বমি হোৱা তো দূৰৰ কথা তাইৰ কপালৰ সিৰ এডালো নকঁপে।"

সঁচাকৈয়ে অনন্তেশ্বৰে চিত্রাক এয়াৰ ছিকনেছ পিল খুৱাই পঠালে নে, নাই দেউতাকক এয়া ভুৱা হে দিলে, সেইবোৰ ভাৱনালৈ ভদ্ৰেশ্বৰ নগল।

॥ ২ ॥

হৰেশ্বৰৰ বৰপুতেক কমলেশ্বৰে আই-এছচি পাছ কৰি ডিব্রুগড়ৰ মেডিকেল কলেজলৈ দৰ্খাস্ত কৰিলে তাত ভৰ্ত্তি হবৰ কাৰণে। তাৰ বৰ ইচ্ছা ডাক্তৰ হয় আৰু দেউতাকৰ সমৰ্থনো সি পাইছে। কিন্তু অকল হৰেশ্বৰৰ সমৰ্থন হলেই নহব, তাৰ ওপৰত লাগিব ভদ্ৰেশ্বৰৰ সমৰ্থন। ই পূৰ্বাপৰ চলি অহা ৰীতি আৰু তাৰ ব্যতিক্ৰম এতিয়ালৈকে হোৱা নাই। আগে-পিছে হৰেশ্বৰৰ বিবেচনাত ভদ্ৰেশ্বৰে বৰকৈ আসোঁৱাহ নেদেখে; কিন্তু এইবাৰ দেখিলে। প্ৰস্তাৱটো শুনি ভদ্ৰেশ্বৰে উচপ খাই উঠাদি উঠি ভায়েকক সুধিলে, "কি কলি?"



"কমলে ডিব্রুগড়ত ডাক্তৰী পঢ়িব খোজে; ময়ো পঢ়িবলৈ কৈছোঁ।"

"তয়ো পঢ়িবলৈ কৈছ? মই হলে কব নোৱাৰোঁ। ডিব্রুগড় বহুত দূৰ। সদায় ঘৰত থকা লৰা, ঘৰ এৰি সি ডিব্রুগড়ত থাকিবগৈ কেনেকৈ? খোৱা-মেলাতো সি অসুবিধা পাব। তাক তাত চাব-চিতিব কোনে?"

"আপুনি নো তেনেহলে তাক কি পঢ়িবলৈ কয়?"

"প্ৰথম বিভাগত আই-এছচি পাছ কৰিছে সি। ইয়াতে ঘৰৰ ভাত খাই বি-এছচি পঢ়ক। আন আৰু কি পঢ়িব লাগিছে?"

"কমলে ডাক্তৰী হে পঢ়িব খোজে। ইয়াতে বাৰু বি-এছচি পঢ়িলে, পঢ়ি পাছো কৰিলে, কি হব তাৰ পৰা? মাষ্টৰ হব পাৰিব আৰু।"

"মাষ্টৰ কিয়, এম-এছচি পাছ কৰি কলেজত প্ৰফেছাৰো হব পাৰিব। মাষ্টৰ প্ৰফেছাৰ যদি নহয়, তেনেহলে ইয়াতে আইন পঢ়ি উকীল হব পাৰিব। উকীল ডাক্তৰতকৈ কম নে কি?"

"ভাল উকীল হব পাৰিলে অৱশ্যে ভালেই, কিন্তু হোৱা টান আছে।"

"ভাল ডাক্তৰ হোৱা হবলা উজু?"

হৰেশ্বৰৰ মনত পৰি গল তেওঁলোকৰে সম্বন্ধীয়া ভুবনচন্দ্ৰ শইকীয়াই তুবাৰ নে তিনি বাৰ ফেইল মাৰি এম-বি-বি-এছ পাছ কৰিয়েই গৱৰ্ণমেণ্টৰ কামত সোমাল আৰু এতিয়া ধুবুৰী নে তেজপুৰত চিভিল চাৰ্জ্জন। সেই কথাৰ উল্লেখ নকৰি তেওঁ ককায়েকক থোৰতে কলে, "ভাল ডাক্তৰ হওকেই বা নহওকেই, পাছ কৰি ওলালেই কামৰ আটক নহব আৰু দৰমহা আঢ়ৈশ টকাকৈ পাব। খোৱা-লোৱাৰ চিন্তা নেথাকিব।"

"কমলে কৈছে হবলা তোক?"

"নাই, সি কোৱা নাই, মই হে কৈছোঁ।"

"সি কি কয় ?"

"সি কৈছে ডাক্তৰ হলে বোলে ৰাইজৰ সেৱা কৰিব পাৰি, সেই দেখিয়েই ডাক্তৰী পঢ়িবলৈ তাৰ ইমান হেঁপাহ।"

"পুতেৰে কলে আৰু তই পুতেৰৰ কথাতে ভোল গলি !"

আচলতে কমলে দেউতাকক তেনেকৈ কোৱা নাই। হৰেশ্বৰে হে নিজৰ মগজু খটুৱাই কথাষাৰ সাজি ককায়েকক কৈ পুতেকৰ হৈ এইফেৰা ওকালতি কৰিলে। কথাষাৰ শুনি ভদ্ৰেশ্বৰে খিৰিকী-খনেদি বাহিৰলৈ চাই পঠালে, ভিতৰতকৈ বাহিৰত পোহৰ। চায়েই বাহিৰৰ পৰা চকু ঘূৰাই আনি ওচৰতে মেজত থকা তেওঁৰ তামোলৰ টেমাটোৰ পৰা তামোল এখন মুখত সুমাই চূণ লাগি থকা আঙুলিটো চকীখনৰ ঠেং এটাত সানি ভায়েকৰ ফালে মুখ কৰি তেওঁ কৈ গল, "ৰাইজৰ সেৱা কৰিব খুজিছে সি। হেৰ, ৰাইজৰ সেৱা হবলা উকীল বা মাষ্টৰ হলে কৰিব নোৱাৰি ? ডাক্তৰীকে কৰক, মাষ্টৰিকে কৰক, ওকালতিকে কৰক বা একোকে নকৰক ৰাইজৰ সেৱা কৰোঁ বুলিলে কৰিব পাৰি। কিন্তু কৰে কেইজনে ? তই ভোল গলেও মই তাৰ কথাত ভোল নেযাওঁ।"

"কিন্তু সি ইমানকৈ ডাক্তৰী পঢ়িব খুজিছে যেতিয়া তাক বাধা দিয়াটো ঠিক হব জানো ? জোৰ-জবৰদস্তি কৰি তাক বি-এছচি পঢ়াব পাৰি, কিন্তু মনত আঘাত লাগি সি যদি পঢ়াত মন নিদিয়ে, তেতিয়া ? জোৰ-জবৰদস্তি কৰিবলৈ মোৰ যে ভয়েই লাগে। চেন্টিমেন্টেল লৰা কৰবাত কিবাটো কৰি পেলাব।"

ভদ্ৰেশ্বৰ দমি গল। "নাই নাই, জোৰ-জবৰদস্তি কৰাৰ কথাই নুঠে" বুলি ভদ্ৰেশ্বৰে কমলেশ্বৰক মাতি আনি তাৰ মূৰত হাত ফুৰাই কলে, "পঢ়িব খুজিছ যেতিয়া পঢ়গৈ বাৰু ডাক্তৰীকে। ডিব্ৰুগড় আচহুৱা ঠাই। ঠিক মতে থাকিবি, ফুৰিবলৈ গলে ইয়াৰ দৰে দেৰি নকৰিবি। গধূলিতে হোষ্টেল সোমাবিহি আৰু শৰীৰৰ যতন লবি।

সুপ্ৰভাৰ জেঠায়েকৰ জীয়েক দীপালি ডিব্ৰুগড়ত থাকে, গিৰীয়েক



অবনীকান্ত তাত উকীল। ভদ্ৰেশ্বৰৰ কথা মতে সুপ্ৰভাই দীপালিলৈ এখন চিঠি লিখিলে। সুপ্ৰভাই লিখিলে যে পুতেক অলপতে মেডিকেল কলেজত পঢ়িবলৈ ডিব্ৰুগড়লৈ যাব, তেওঁলোকে যেন মাজে-সময়ে তাৰ খবৰ কৰে। ভদ্ৰেশ্বৰে নিজেও এখন চিঠি অবনীকান্তলৈ লিখি পঠালে, সময়মতে টেলিগ্ৰাম দি কমল কোন সময়ত ডিব্ৰুগড় পাবগৈ তেওঁক জনাব আৰু সেইমতে তেওঁ যেন ৰেল-ষ্টেছনলৈ আহি তাক লৈ যায় আৰু নিজে গৈ মেডিকেল কলেজত তাৰ সকলো দিহা-পোহা কৰি দিয়ে। কমলৰ মাজে-সময়ে খবৰ কৰি থাকিবলৈ, তাৰ কিবা অসুবিধা হলে তেওঁলোকক জনাবলৈ আৰু বেমাৰ-নৰিয়া পৰিলে টেলিগ্ৰামেৰে তুৰন্তে খবৰ দিবলৈ দঢ়াই দঢ়াই ভদ্ৰেশ্বৰে অবনীকান্তলৈ চিঠিত লিখিলে।

কমলেশ্বৰ ডিব্ৰুগড়লৈ যাবলৈ ওলাল। বৰদেউতাকে তাক তেওঁৰ ঠিকনা লিখা ত্ৰিশটা পোষ্টকাৰ্ড দি কলে, "তোক এই ত্ৰিশটা পোষ্টকাৰ্ড দিলোঁ, ওপৰত মোৰ নাম-ঠিকনা লিখা আছে। এদিন এৰি এদিন একোটাকৈ পোষ্টকাৰ্ড মোলৈ পঠাবি আৰু কেনে আছ জনাবি। সাৱধানে থাকিবি। কিবা অসুখ হলেই টেলিগ্ৰাম কৰিবি আৰু ময়েই বা দেউতাৰেই ওলামগৈ।"

॥ ৩ ॥

হাততে কাগিজ এটা লৈ ভদ্ৰেশ্বৰে কোঠাটোৰ ভিতৰতে ইফাল-সিফাল কৰি কিবা-কিবিবোৰ ভোৰভোৰাই আছে। মুখলৈ চালেই বুজিব পাৰি তেওঁৰ কিবা এটা অশান্তিৰ ভাব। তেওঁৰ ভৰি শুদা, চটি-জোতাযোৰ চকীখনৰ ওচৰতে পৰি আছে, ইপাটৰ কাণতে সিপাটে ভৰি দি।

ভদ্ৰেশ্বৰক তেনেকৈ থকা দেখি ঘৈণীয়েকে "কিনো হৈছে এনেকৈ যে ভোৰভোৰাই আছে" বুলি সুধিবলৈ হে পালে তেওঁ গিৰিস কৰে

চকীখনত বহি লৈ ডাঙৰ ডাঙৰকৈ বলকিবলৈ ধৰিলে, "কামিজটো পিন্ধিব খুজিলোঁ। কামিজটোৰ চাৰিটা বুটামৰ তিনিটা নাই। লগাই মেলি দিওঁতা কোনোবা আছে জানো? চিত্ৰা নাই, এতিয়া আৰু কামিজত কোনে বুটাম লগাই দিব? এয়া, জেপটোৰো এইডোখৰ এৰাই গল। তাই থকা হলে জেপটোৰ এনে দশা হবলৈ পালেহেতেন নে? মোৰ ক'ত কি অসুবিধা হৈছে চাই মেলি তাই ঠিক কৰি থলেহেতেন। ইহঁতে মোৰ ইমানকণো সুখ সহিব নোৱাৰিলে, বিয়া দি দিলে তাইক আঁতৰাই। এতিয়া বুঢ়া মৰক। বেজী এটাকে যদি পালোঁহেতেন সূতা এডালেৰে! তাকো নাই পাবলৈ।"

গিৰীয়েকক আৰু কবলৈ নিদি কনকলতাই মাত লগলে, "খুলিনো নকয় কিয় কামিজটোত বুটাম তিনিটা লগাই জেপটো চিলাই কৰি দিব লাগে বুলি। কলেহে আমি বুজোঁ, মুখৰ ভিতৰতে ভোৰভোৰাই থাকিলে নো বুজিম কেনেকৈ? মোক মাতি কোৱা হলে নো কি জগৰ লাগিলহেতেন?"

"চিত্ৰাক দেখোন মাতি কব নেলাগে, তোমাক যে কব লাগে। তাই দেখোন উমানে উমানে গম ধৰিয়েই মোৰ অসুবিধাবিলাক গুচাই থাকে। তোমাক মাতিম, তুমি আহিবা, আহি বেজী-সূতা বিচাৰিবা, তাৰ পিছত বেজী-সূতা বিচাৰি আনি কামিজটোত বুটাম লগাবা। মই পিন্ধিম পিন্ধিম বুলি বোন্দা-পৰ দি ইমান বেলি বহি থাকিম। ইমান বেলি বহি থাকিম। ইমান ধৈৰ্য্য মোৰ নাই। মই পিন্ধিবলৈ লওঁতে পাব লাগিব কামিজটো ঠিক আছে, এটা বুটামো সৰি থকা নাই, জেপ বা আন কতো চিলাই এৰাই যোৱা নাই আৰু কতো একো দাগ নাই। চিত্ৰা থাকোঁতে মোৰ এইবোৰ একো অসুবিধা নাছিল। তুমি চিত্ৰাকে এবাৰ মাতি পঠোৱাঁ। তাই আহি কিছুদিন থাকি মোৰ এইবিলাক ঠিক কৰি থৈ যকহি।"

"ওঁ, আহিব তাই এতিয়া আপোনাক এইবোৰ কৰি দিবলৈ। তাই আহোঁ বুলিলেই বা তাইক আহিবলৈ দিব কেলেই? তাই



নথকা বাবে আপুনি যদি ইমানেই অসুবিধা পাইছে বাপলৈকে নো বিয়া কৰাই বোৱাৰী এজনী আনি নলয় কিয়?"

অনন্তেশ্বৰে বি-এ পাছ কৰি দেউতাক আৰু দদায়েকে বৰকৈ কোৱাতো আইন নপঢ়ি দৈনিক "শান্তি-দূত"ত সহকাৰী সম্পাদক হল আৰু আজি তিনি বছৰ তাতে কাম কৰি আছে। ভনীয়েকৰ বিয়া নোহোৱালৈকে অনন্তেশ্বৰৰ বিয়াৰ কথা ঘৰখনত কোনেও ভবা নাছিল, আৰু কোনোবাই ভাবিছিল যদিও মনৰ ভাব মনতে মাৰ নিয়াইছিল, প্ৰকাশ কৰা নাছিল। চিত্ৰা জীয়াৰী ভাগি এঘৰত গৈ বোৱাৰী সোমোৱাৰ পিছত চিত্ৰাৰ ঠাইত বোৱাৰী এজনীকে আনি ঘৰখন পোহৰোৱাৰ কথা কনকলতাই মনতে পাঙি আছিল। গিৰীয়েকৰ কথাৰ উত্তৰত সেই ভাব এতিয়া ব্যক্ত হৈ পৰিল।

প্ৰস্তাৱটো ভদ্ৰেশ্বৰে বেয়া নুশুনিলে। তেওঁ সুধিলে, "হৰক কৈছাঁ নে?"

"নাই কোৱা।"

"মোতকৈ তাক হে কব লাগে এইবোৰ কথা। যোৱা তাক মাতি আনা।"

হৰেশ্বৰেও প্ৰস্তাৱটো সমৰ্থন কৰিলে, কৰি ককায়েকক কলে, "বাপকো এবাৰ সুধি চোৱা দৰকাৰ। তাৰ অমতে তো একো কৰা ঠিক নহব।"

কনকলতাই কিবা কব খুজিছিল, তেওঁক কবলৈ নিদি ভদ্ৰেশ্বৰে কলে, "তাক সোধাৰ একো দৰকাৰ নাই। আমি যেনেকৈ কম সি তেনেকৈয়ে কৰিব লাগিব। তাক আকৌ সুধিব লাগিছে কিয়?"

কব খুজি কবলৈ নোপোৱা কথাষাৰ এইবাৰ কনকলতাই কলে, "মই আৰু তাৰ মনটো নোলোৱাকৈ আছোঁ নে? তাৰ একো আপত্তি নাই।"

"তেনেহলে তো ভালেই" বুলি হৰেশ্বৰে মন্তব্য কৰিলত ভদ্ৰেশ্বৰে ঘৈণীয়েকলৈ চাই কালে, "তুমি নো তাৰ মনটো লবলৈ গলা কিয়?

তাৰ কাম বিয়া কৰোৱা আৰু আমাৰ কাম তাৰ বিয়া পাতি দিয়া। তাক সোধাৰ দৰকাৰ কি? নহয় জানো হব?"

হৰেশ্বৰে একো নামাতিলে। বাপক সোধাৰ কথা যে তেৰেঁই উলিয়াইছিল, তেওঁ আৰু মাতিব কি? তেওঁ তো দেখি আছে পৃথিবীখন একেদৰে থকা নাই, বহুত সলনি হৈছে এই পৃথিবীখনত। তেওঁলোকৰ বিয়া মাক-বাপেকেই পাতি দিছিল বিয়াৰ কেইদিনমানৰ আগলৈকে তেওঁলোকে বিয়াৰ একো গম নোপোৱাকৈয়ে, তেওঁলোকক সোধা বা তেওঁলোকৰ মত লোৱা তো দূৰৰ কথা। কিন্তু সেই দিন আৰু এতিয়া নাই। তেওঁলোক যেনে আছিল তেওঁলোকৰ লৰাও তেনে নহয়। ককায়েকৰ কথাত তেওঁ হয় দিয়ে কেনেকৈ?

নীৰৱতা ভাঙি ভদ্ৰেশ্বৰেই মাত লগালে, "তেনেহলে ছোৱালী বিচাৰাহঁক এতিয়া। ওচৰৰ ছোৱালী কিন্তু আনিব নেলাগে দেই, ঘনে ঘনে ঘৰলৈ যাব খুজিব। ছোৱালী যিমান দূৰৰ হয় সিমান ভাল।"

কনকলতাই কলে, "ডিব্ৰুগড়ৰ ছোৱালী খবৰ পাইছোঁ—এজনীয়ে এইবাৰ আই-এ পাছ কৰিছে, ইজনীয়ে বি-এ পঢ়িছে। বাপেক-মাকৰ বিয়া দিবৰ ইচ্ছা, আৰু পঢ়াবৰ ইচ্ছা নাই। আপুনিও ওলক, এবাৰ গৈ চাই-মেলি আঙঠি পিন্ধাই থৈ আহোঁগৈ।"

"মই আকৌ যাব লাগিছে কিয়? হৰ আৰু তুমি যোৱাঁ। তাৰ পচন্দয়েই মোৰ পচন্দ। মোৰ মততকৈও তাৰ মতৰ মূল্য বেছি।"

অনন্তেশ্বৰৰ বিয়াৰ উথপ থপনিৰ ফূৰ্ত্তিত কনকলতাই বাকচৰ পৰা উলিয়াই একো ঘূণ নথকা কামিজ এটাকে ভদ্ৰেশ্বৰক পিন্ধিবলৈ দিলে, আৰু তেওঁ কামিজটো পিন্ধি হৰিহৰ হাজৰিকাৰ ঘৰৰ ফালে খোজ ললে। ভদ্ৰেশ্বৰৰ দৰেই হৰিহৰ হাজৰিকাও পেঞ্চনধাৰী। তেওঁৰ ঘৰত গধূলি গধূলি তাচৰ আড্ডা বহে, আৰু তাচ-খেলৰ লগে লগে পৰনিন্দা পৰচৰ্চ্চা হয়।



॥ ৪ ॥

ৰীতাৰ ফটো এখন ভদ্ৰেশ্বৰে বিয়াৰ আগতে দেখিছিল। বিয়াৰ পিছত ৰীতাক সশৰীৰে দেখিবলৈ পাই ভদ্ৰেশ্বৰৰ ভাল লাগিল। ছোৱালীজনী চিত্ৰাৰ নিচিনা সুন্দৰী নহলেও ধুনীয়া আৰু কথাই-বতৰাই চঞ্চল হৈও গহীন আৰু গহীন হৈও চঞ্চল। ৰীতাৰ খোজত অৰণ্যে পদুম ফুল নুফুলে; খোজত পদুম ফুল ফুলা ছোৱালী তেওঁলোকে বিচৰাও নাছিল।

বোৱাৰী হোৱাৰ পিছতো ৰীতাৰ পঢ়িবৰ ইচ্ছা আছিল আৰু অনন্তেশ্বৰেও ঘৈণীয়েকক কলেজত নাম লগাই দিয়াৰ কথা ভাবিছিল। কিন্তু দেউতাকক নকলে তো নহব। দেউতাকক কবলৈও অনন্তেশ্বৰৰ ভয়, কাৰণ দেউতাক এই কথাত মান্তি হোৱাৰ আশা কম। কেইবা দিনো কম কম বুলি গিৰীয়েকে নোকোৱাত ৰীতাই নিজেই শহুৰেকক কবলৈ থিৰ কৰিলে। ৰীতাই গৈ শহুৰেকক মৰম লগাকৈ মাতিলে, "দেউতা!"

ৰীতাৰ এই মৰম লগোৱা "দেউতা" মাতষাৰ শুনি ভদ্ৰেশ্বৰ আপ্লুত হৈ গল। তেৰেঁা মৰম লগাকৈ কলে, "কি? কি কবা?"

"মই কথা এটা কব খোজোঁ।"

ভদ্ৰেশ্বৰে আথেবেথে কোৱাদি কলে, "কোৱাঁ। কি কথা কব খুজিছাঁ কোৱাঁ।"

"মই কলেজত নাম লগাই পঢ়িব খোজোঁ।"

নিমিষতে ভদ্ৰেশ্বৰৰ মুখখন কঠিন হৈ পৰিল। তেওঁ চূণে-ধপাতে সেলেঙীকৈ তামোল এখন খাই আছিল তথাপি তেওঁৰ মুখখন বৰ শেঁতা যেন দেখা গল। তেওঁ খিৰিকীয়েদি দীঘলীয়াকৈ পিক কেতখিনি বাহিৰলৈ মাৰি পঠিয়াই লাহে-ধীৰে কলে, "যিখিনি পঢ়িলা সেয়ে হব আৰু পঢ়িবৰ দৰকাৰ নাই। বোৱাৰী আনিছোঁ ঘৰ পোহৰাবলৈ হে, কলেজ পোহৰাবলৈ নহয়। জীয়াৰী থাকোঁতেই

যি পোহৰালা পোহৰালা। এতিয়া আৰু কলেজ পোহৰাবও নেলাগে, কলেজত পঢ়িবগৈও নেলাগে।"

শহুৰেকৰ কথা শুনি ৰীতাৰ মুখখনো শেঁতা পৰি গল। সেমেনা-সেমেনি কৰি কওঁ নকওঁকৈ ৰীতাই কলে, "তেৱেঁ। কৈছে মোক পঢ়িবলৈ ; এতিয়া আপুনি অনুমতি দিলেই হয়।"

"নাই নাই, পঢ়া আৰু নহব, মই অনুমতি দিব নোৱাৰোঁ। সি যে তোমাক পঢ়িবলৈ কৈছে, সি নপঢ়ে কিয় আইন? কেইবাৰ কলোঁ তাক আইন পঢ়িবলৈ, সি নপঢ়িলে। এতিয়া আহিছে সি তোমাক পণ্ডিতনী কৰিবলৈ। সি কামৰ পৰা আহিলে তুমি তাক কবা, মই কৈছোঁ বুলিয়েই কবা, সি পঢ়াত লাগক আৰু তুমি ঘৰ ধৰাত লাগাঁ। বোৱাৰীয়ে ঘৰ ধৰিব লাগে, নেজানা জানো? তোমাক সি ভাল কথা শিকাবৰ ছাৰি এইবোৰ হে শিকাইছে, এইবোৰ হে বুধি দিছে। মই আজি তাক ধৰিম।"

"নাই দেউতা, তেওঁক নধৰিব। আপোনাক কোৱা বুলি শুনিলে তেওঁ মোক বেয়া পাব। তেওঁ মোক পঢ়াৰ কথা আপোনাক কবলৈ মানাই কৰিছিল, মই হে কৈ পেলালোঁ।"

"তেনেকৈ কৈছাঁ যদি তাক নধৰোঁ বাৰু। কিন্তু মোক নোসোধাকৈ সি নো তোমাক কলেজত পঢ়ালেহেতেন কেনেকৈ?"

"দদাইদেউৰ হতুৱাই আপোনাক সোধাব বুলি কৈছিল। দদাইদেৱে কলে বোলে আপুনি না বুলিব নোৱাৰিব। দদাইদেৱে যেনেকৈ কয় আপুনি বোলে তেনেকৈয়ে কৰে।"

ভদ্ৰেশ্বৰে ফোঁৰোহনি মাৰি উঠিল, "দদাইদেৱে যেনেকৈ কয় আপুনি বোলে তেনেকৈয়ে কৰে! নকৰোঁ। মই হৰবই যেনেকৈ কয় তেনেকৈ। সি বাৰু ককহিচোন তোমাক কলেজলৈ পঠাবলৈ, মই তাকো শুদাই নেৰো। হৰৰে বা বাপৰে তুমি কাৰো এনেবোৰ পৰামৰ্শ নুশুনিবা। তুমি আকৌ সিহঁতক কৈ নিদিবা মই তোমাক সিহঁতৰ পৰামৰ্শ শুনিবলৈ মানা কৰিছোঁ বুলি।"



"আপুনি কবলৈ মানা কৰিছে যেতিয়া নকওঁ বাৰু দেউতা।"

"কলেও কবা। মই নো সিহঁতলৈ কি পৰোৱাই কৰিছোঁ?"

হৰেশ্বৰক মাতি আনি ভদ্ৰেশ্বৰে সুধিলে, "তই বোলে ৰীতাক আকৌ পঢ়িবলৈ পৰামৰ্শ দিছ?"

"নাই দিয়া। আপোনাক নোসোধাকৈ কেনেকৈ পৰামৰ্শ দিম?"

"তাকে ক। কিন্তু মোক সোধা নাই দেখোন?"

"এতিয়াই সুধিছোঁ বাৰু। আপুনি কি কয়?"

"মই কি কওঁ। মই ৰীতাক পঢ়িবলৈ নকওঁ। ৰীতা পঢ়াত মোৰ মত নাই।"

"আপোনাৰ মতেই মোৰো মত। পিছে ইহঁতে নুশুনে। দুই জাকেও ইহঁতৰ লগতে উজান দিছে। পঢ়িবলৈ নিদিলে কিজানিবা ঘৰখনত অশান্তি হয়, মোৰ সেইটোৱেই ভয়। অৱশ্যে আপুনি যেনেকৈ কব তেনেকৈয়ে হব। বেছি দিনো বোলে পঢ়িব নেলাগে। অহা বাৰতে ৰীতাই পৰীক্ষা দিব পাৰিব, আৰু দিলে বোলে পাছো হব।"

ভদ্ৰেশ্বৰে অলপ যেন কিবা ভাবিলে, তাৰ পিছত কলে, "তেনে-হলে তয়ে-ময়ে কৰিম কি? এপিনে চাবি হলে দুইৰ পৰাজয় হবই। তাতকৈও এই যে কলি অশান্তিৰ কথা। এপিনে এজনীয়ে মুখ ওন্দোলাব, ইপিনে ইজনীয়ে আজলমঠালি কৰিব, সিপিনে সিজনীয়ে মাতিলেও মাত নিদিব, ঘৰখন কিবা হৈ যাব। পঢ়িব খুজিছে যেতিয়া পঢ়ক দে ৰীতাই।"

॥ ৫ ॥

সেই দিনা দেওবাৰ। দুপৰীয়া ভদ্ৰেশ্বৰ, হৰেশ্বৰ আৰু অনন্তেশ্বৰে ভাত খাবলৈ বহিছে। মেজত ভাত খোৱাৰ নিয়ম তেওঁলোকৰ ঘৰত তেনেকৈ প্ৰৱৰ্ত্তন হোৱা নাই, যদিও অকলে খাবলগীয়া হলে

অনন্তেশ্বৰে মেজতে খায়। মাটিত খোৱাৰ নিয়মেই আজিলৈকে চলি আছে। লৰাকালত মাক-দেউতাক জীয়াই থাকোঁতে ভদ্ৰেশ্বৰ আৰু হৰেশ্বৰে পীৰাত বহিয়েই খাইছিল। পীৰাত বহি খোৱা অনন্তেশ্বৰৰ বৰ মনত নপৰে। পীৰাৰ ঠাই কঠ বা সতৰঞ্চিয়ে অধিকাৰ কৰা এতিয়া ভালেমান বছৰ হল।

তিনিও ভাত খাইছে আৰু কনকলতাই পৰিবেশন কৰিছে। কঁকাললৈকে ভদ্ৰেশ্বৰৰ গাত একোৱেই নাই, হৰেশ্বৰৰ গাত পাতল বনিয়ন এটা আৰু অনন্তেশ্বৰৰ গাত বনিয়ন এটাৰ উপৰিও কামিজ এটা। জহকালি। গৰমত তিনিওৰো গা ঘামি গৈছে। ভদ্ৰেশ্বৰ শকত মানুহ আৰু শকত মানুহৰ বোলে গৰমো বেছি। সতৰঞ্চিখনৰ ওপৰত তেওঁৰ কাষতে থৈ দিয়া তেওঁৰ আধা তিতা ফুলাম গামোছা-খনেৰে তেওঁ বাৰে বাৰে ঘাম মচি তৎ পোৱা নাই।

অনন্তেশ্বৰে কামিজৰ বুটাম দুটা খুলি দি নিজকে নিজে কোৱাৰ দৰে কলে, "ইমান গৰমত নোৱাৰি আৰু। ইয়াতে ফেন এখন হে লগাই লব লাগিব।"

কথাষাৰ অনন্তেশ্বৰৰ মুখৰ পৰা ওলাই শূন্যত বিয়পি শূন্যতে বিলীন হৈ গল। কথাষাৰ যেন শুনাই নাই এনে ভাবেৰেই দেউতাকে গা মচি মচি ভাত খাই থাকিল, পুতেকৰ ফালে মুখকে নুঘূৰালে। দদায়েকে অৱশ্যে ভতিজা পুতেকৰ ফালে এনিমিষমান চালে, কিন্তু তেৰেঁ। মুখেৰে ওঁ-আঁ একো যে নকৰিলেই তেওঁৰ মুখৰ ভাবো অলপো পৰিবৰ্ত্তন নহল। মাকে হে পুতেকৰ মুখলৈ চাই অকণমান হঁহা যেন কৰিলে।

মগুমাহৰ আঞ্জাৰে সানি ভাত দুগৰাহমান খাই আৰু এগৰাহ মুখলৈ তুলি ভদ্ৰেশ্বৰে ঘৈণীয়েকক সুধিলে, "ৰীতাই কৰিছে কি ?"

"আছে খুৰীয়েকৰ লগতে ৰান্ধনিঘৰত কিবা এটা কৰি।"

"ৰান্ধনিঘৰত কিটো কিবাটো কৰিছে ? বিচনী এখন আনি বিচি নিদিয়েহি কিয় ? দেখা নাই নে কিমান গৰম পৰিছে আজি ?"



কথাষাৰ ৰীতাই শুনি ৰান্ধনিঘৰৰ পৰা ওলাই বিচনী এখন আনি যেই শহুৰেকক বিচিবলৈ গল সেই শহুৰেকে দপদপাই উঠিল, "মোক বিচিবলৈ কোৱা নাই। সেইটোক বিচাঁ। দেখা নাই নে কেনেকৈ ঘামিছে ?" এই বুলি ভদ্ৰেশ্বৰে, পুতেকলৈ আঙুলিয়াই দিলে। ৰীতাই দোধোৰমোৰত পৰা যেন হৈ শাহুৱেকলৈ চালে আৰু শাহুৱেকৰ পৰা সঁহাৰি পাই শহুৰেকক নিবিচি গিৰীয়েকক বিচিবলৈ ধৰিলে।

চাৰিওফালে চকু ৰখা সিয়ান সুপ্ৰভাই ৰান্ধনিঘৰৰ পৰাই বুজিলে কথাটো দেখিবলৈ কেনেবা হল। তেৱেঁ৷ ওলাই আহি বিচনী এখন লৈ দুই ভায়েক-ককায়েকক বিচিবলৈ লাগি গল। কনকলতাই তিনিওকো যাক যি লাগে ৰান্ধনি-ঘৰৰ পৰা আনি দি থাকিল। তেওঁলোকে নোখোজাকৈয়ে কনকলতাই আকৌ এচকলকৈ মাছ তিনিওৰো কাঁহীত দিলত ভদ্ৰেশ্বৰে মাত লগালে, "আমাক যে এনেকৈ মাছ দিছাঁ তোমালোকলৈ থৈছাঁ নে নাই ? তোমালোক দুয়োৰো যে বৰ বেয়া স্বভাৱ—নিজলৈ নথৈ আনক দিয়া। সেইটো স্বভাৱ কিন্তু ভাল নহয়। আনকো খুৱাবা নিজেও খাবা।"

"আমাৰ কাৰণে ভাবিব নেলাগে, আপোনালোকে খকচোন বাৰু।"

আউনিআটী সত্ৰৰ পৰা কোনোবা কাহানিয়েই অনোৱা নালত হেঙুল হাইতাল বোলোৱা বেতৰ বিচনীৰ বা লাগি আৰু লগতে ঘৈণীয়েকৰ মৰম লগোৱা কথা শুনি ভদ্ৰেশ্বৰৰ গাটো সুত লাগি গল। তেওঁ হৰেশ্বৰক সম্বোধন কিন্তু পুতেকক উদ্দেশ্য কৰি কলে, "বুইছ হৰ, ভাত খাওঁতে ঘৰৰ গৃহিণীজনীয়ে যে গৃহস্থক বিচি থাকে আৰু ইটো-সিটো খাবলৈ কয় তাতকৈ আৰু আনন্দৰ কথা মই ভাবি নেপাওঁ। ইমান ভাল লাগে সঁচাকৈয়ে, নহয় নে বাৰু ?"

"কেলেই নহয় ককাইদেউ ?"

"কিন্তু এইখিনি সুখ আৰু নেথাকে। এতিয়াই নাইকিয়া হৈছে,

পিছত সপোনৰ কথা যেন হব। বেতৰ বিচনাৰ দিন আৰু নাই। সেয়া কলে নহয় কেন লগাবলৈ, নুশুনিলি জানো ?"

ভদ্রেশ্বৰে আৰু কলেহেতেন। পিছে এনেতে চাকৰ লৰাটোৱে আহি কলে সিপাৰৰ পৰা অমূল্য বৰা আহিছে। ইয়াতে এতিয়া ভাত খাব, আৰু ভাত খায়েই বোলে পলাশবাৰীলৈ যাবগৈ।

কনকলতাই কলে, "তই এইখিনিতে ঠাই কৰি দে, মই অমূল্যক মাতি আনো। আপোনালোকে লাহে লাহে খক।"

অমূল্যই মুখ আৰু হাতখন ধুয়েই ভাতৰ পাতত বহিলহি। তেওঁক দিব লগা হোৱাত কনকলতা আৰু সুপ্রভাৰ কাঁহীত মাছ আধা চকলমানকৈ হে পৰিল। চাকৰক বঞ্চিৎ কৰি খোৱা তেওঁলোকৰ বিধানত নাই। মাছৰ অভাৱ আমলখিৰ আচাৰ আৰু বগৰিগুৰিৰে পূৰাই দুই জাকে পৰম তৃপ্তিৰেই ভাত খালে।

॥ ৬ ॥

এমাহত অন্ততঃ ছদিন অনন্তেশ্বৰে ৰাতি কাম কৰিব লাগে। তেওঁ ৰাতি ভাত-পানী খাই দহমান বজাত পোৱাকৈ অফিচলৈ যায় আৰু কোনো দিনা তিনি বা কোনো দিনা চাৰি বজাত ঘৰলৈ উলটি আহে। কোনো দিনা গোটেই ৰাতিটো তাতে কটাই পুৱা খবৰ কাগজখন লৈ ঘৰ ওলায়হি।

এনেকৈ একে লেথাৰিয়ে ছদিন অনন্তেশ্বৰ ৰাতি ঘৰত নথকাটো ৰীতাই ভাল নাপালে। প্রথমতে ৰীতাই বুজিবই নোৱাৰিছিল ৰাতি কাম কৰা এইবিলাক আকৌ কি কথা। খবৰ কাগজখন পুৱা ওলায় বুলিয়েই গোটেই ৰাতি কাম কৰিব লাগে নে? ইপিনে দেখোন দিনতো কাম হয়। গিৰীয়েকে বুজাই দিলত ৰীতাই অৱশ্যে বুজিলে, কিন্তু তথাপিও এনেকৈ বপুৰীক এৰি অনন্তেশ্বৰ ৰাতি ঘৰত নথকাটো



ৰীতাই সমর্থন কৰিবলৈ টান পালে। পোনতে এই নিশাপর্ব আৰম্ভ হওঁতে ৰীতাৰ কেই ৰাতিমান ভালকৈ টোপনিও নাহিল।

ৰীতাই অনন্তেশ্বৰক কলে, "আপুনি নো এই কামটো লবলৈ গল কিয়, আন কাম নেপালে নে? পশু-পক্ষী সকলোৱেই ৰাতি জিৰণি লয়। আপুনি আকৌ ৰাতি ৰাতি খাটি মৰিবগৈ লাগে। এৰি দিয়ক এইটো কাম, এৰি দি আন কাম লক, দিনত কৰা কাম।"

"লওঁ বুলিলেই কাম লব পাৰি নহয়। কোনে মোৰ কাৰণে কামটো পেলাই থৈছে মই লওঁ বুলি কম আৰু মোক নি চকীত একেবাৰে বহুৱাই দিবগৈ কাম কৰিবলৈ ?"

"ইমানবিলাক মানুহে দিনত কৰা কাম পাইছে আপুনি হে নেপায় ? আপুনি বিচৰা নাই চাগৈ। ভালকৈ বিচাৰিলে নেপাব কিয় ?"

গিৰীয়েক-ঘৈণীয়েকৰ ভিতৰত আৰু কথাৰ কটাকটি হৈছিল। এবাৰ ৰীতাৰ প্রশ্নৰ একো উত্তৰ নিদি অনন্তেশ্বৰ অলপ উত্তেজিত হৈ তাৰ পৰা গুচি গল। ৰীতায়ো একেছাটে শহুৰেকৰ কোঠা পালেগৈ আৰু সমুখতে শহুৰেকক বহি থকা দেখি থৎমৎ খাই ৰৈ গল। ভদ্রেশ্বৰে বোৱাৰীয়েকৰ মুখলৈ চালে, দেখিলে আকাশ মেঘেৰে ঢকা। তেওঁ বুজিলে নিশ্চয় কিবা এটি হৈছে, নহলে এনেকৈ উধাতু খাই ৰীতা তেওঁৰ ওচৰলৈ আহিব কিয় ?

ভদ্রেশ্বৰে সুধিলে, "কি হৈছে ?"

"একো নাই হোৱা।"

"কিবা এটা নিশ্চয় হৈছে। কি হৈছে মোক কোৱাঁ।"

ৰীতাই কব নোখোজে, শহুৰেকেও নেৰে। অগত্যা ৰীতাই কলে, "মোৰ ৰাতি শুবলৈ ভয় লাগে।"

ভদ্রেশ্বৰ আচৰিত হল। তেওঁ সুধিলে, "কেলেই ?"

"তেওঁ ৰাতি ঘৰত নেথাকে। মই অকলশৰে থাকিব লাগে।"

"ৰাতি ঘৰত নেথাকে! ৰাতি ঘৰত নেথাকি সি কলৈ যায় ?"

"কামলৈ যায়।"

এতিয়া হে ভদ্ৰেশ্বৰৰ মনত খেলালে যে অনন্তেশ্বৰে ৰাতিও কাম কৰিব লাগে। কথাটো তেওঁ ইমান দিনে ভাবি চোৱা নাছিল কিয়? হৰেশ্বৰেও বা তেওঁক মনত পেলাই দিয়া নাছিল কিয়? এইটো কথাৰ এটা মীমাংসা কৰি হে তেওঁ পুতেকৰ বিয়া পাতিব লাগিছিল। পুৱা ওলোৱা খবৰ কাগজত কাম কৰিলে যে ৰাতিও কাম কৰিব লাগে সেই কথা তেওঁ আগতে ভাবি চোৱা উচিত আছিল।

ভদ্ৰেশ্বৰে বোৱাৰীয়েকক কলে, "ইয়াৰ এটা বিহিত ব্যৱস্থা কৰিব লাগিব। মই বাপক কম।"

"মই কৈছোঁ বুলি নকব আকৌ।"

কিন্তু ভদ্ৰেশ্বৰে পুতেকক মাতি আনি ৰীতাৰ ৰাতি অকলে থাকিবলৈ ভয় লাগে বুলি কলত যেতিয়া অনন্তেশ্বৰে তেওঁ কেনেকৈ জানিলে বুলি সুধিলে তেতিয়া তেওঁ নিসঙ্কোচে কৈ দিলে, "ৰীতাই কৈছে।"

অনন্তেশ্বৰ মনে মনে ৰল। ভদ্ৰেশ্বৰে এইবাৰ পুতেকক আদেশৰ সুৰত কলে, "এতিয়াৰ পৰা ৰাতি কাম কৰিবলৈ যাব নোৱাৰ। কৰিব লাগে যদি ৰাতি ন বজালৈকে কৰিব পাৰিবি, দৰকাৰ হলে ধৰ বাৰু দহ বজালৈকে। তাৰ পিছত আৰু এঘণ্টাও থাকিব নোৱাৰ। তোৰ সম্পাদকক কৈ তেনে ব্যৱস্থা কৰি লবি—সোনকালে কৰিবি।"

"আনলৈ যি ব্যৱস্থা মোলৈকো সেই একে ব্যৱস্থা। মোক সম্পাদকে বিশেষ অনুগ্ৰহ দেখুৱাব কিয়?"

অলপ গৰম যেন হৈয়ে ভদ্ৰেশ্বৰে কলে, "কিয় দেখুৱাব? তই যে বিয়া কৰিছ সেইবাবে দেখুৱাব। ৰাতি কাম কৰিব ডঙুৱা বা বৰলা মানুহে। বিয়া কৰোৱা মানুহৰ কাৰণে দিনৰ কামৰ ব্যৱস্থা থাকিব লাগিব—অন্ততঃ বিয়া কৰা দিনৰ পৰা পাঁচ বছৰলৈকে। তহঁতৰ ইউনিয়ন নাই নেকি? ইউনিয়নৰ পৰা আন্দোলন কৰি ঠিক কৰি নলৱ কিয়?"



দেউতাকৰ কথা শুনি অনন্তেশ্বৰে কান্দিবই নে হাঁহিবই ঠিক কৰিব নোৱাৰিলে। তেওঁ কলে, "আন্দোলন কৰিলেও একো ফল নধৰিব। কাম কৰিলে দৰকাৰ মতে ৰাতিও কাম কৰিব লাগিব, বিয়া কৰিলোঁ বা নকৰিলোঁৱেই। জানি-শুনিয়েই তো এই কামত সোমাইছোঁ।"

"তেনেহলে দৰকাৰ নাই এনে কাম কৰি। তই এই কাম ইস্তফা দে, আজিয়েই। আজিৰ পৰা আৰু কামলৈ যাব নেলাগে।"

"আজিয়েই ইস্তফা দি আজিৰ পৰা কামলৈ নগলে এমাহৰ দৰমহা হেৰুৱাব লাগিব।"

"হেৰুৱালে হেৰুৱাবি।"

॥ ৭ ॥

কমলেশ্বৰলৈ পঠাবলৈ কনকলতাই দেওৰেকক টকা দিছে। এনেতে ভদ্ৰেশ্বৰে কলে, "মোকো টকাচেৰেক লাগিছিল, দিব পাৰিবা নে?"

ভদ্ৰেশ্বৰৰ পেঞ্চনৰ টকা, হৰেশ্বৰক মক্কেলে দিয়া টকা, অনন্তেশ্বৰৰ দৰমহা, ঘৰৰ ভাৰা, ধান বেচি পোৱা টকা, যৰে পৰা যেনেকৈয়ে টকা আহে গোটেইখিনি কনকলতাৰ বেঙ্কত জমা হয়হি। কাৰোবাক টকা লাগিলে তেওঁৰ ওচৰত হাত নেপাতিলে উপায় নাই। তেৰোঁ পৰাপক্ষত কাকো নিৰাশ নকৰে।

হৰেশ্বৰে টকা লৈ সেইখিনিৰ পৰা আঁতৰ হোৱাৰ পিছত কনকলতাই গিৰীয়েকক সুধিলে, "আপোনাক নো টকা লগা হল কিয়? কিমান টকা লাগে?"

"দিয়াঁ আঢ়েশ টকাকে দিয়াঁ।"

কনকলতাই জানে অবাবত টকা খৰচ কৰা বিধৰ মানুহ গিৰীয়েক নহয়। তথাপিও কনকলতাই নুসুধি নোৱাৰিলে, "আঢ়েশ টকা

লগা হল নে ? কিনো কৰিব খুজিছে আঢ়ৈ-শ টকাৰে ?"

"তোমালৈ সোণৰ হাৰ এডাল গঢ়াব খুজিছোঁ।"

"ঠাট্টা নো কৰিছে কেলেই ? আপুনি সোণৰ হাৰ গঢ়োৱা মানুহ হে হয় ! সোণ আৰু সোণাৰি চিনি পায় নে নেপায় ? সোণৰ তোলাই কেনেকৈ খবৰ আছে জানো ?"

আগদিনাই ঘৰ এটাৰ ভাৰা তিনি-শ টকা কনকলতাৰ বেঙ্কত জমা হৈছিলহি, বাকচ খুলি তাৰে পৰাই আঢ়ৈ-শ টকা তেওঁ গিৰীয়েকক উলিয়াই দিলে। ভদ্ৰেশ্বৰে টকাখিনি লৈ পৰ্টিকৰ একাণে থকা আৰামী চকীখনত আৰাম কৰি বহিলগৈ আৰু অনন্তেশ্বৰক মাতি পঠিয়ালে। পুতেক আহিলত তেওঁ সুধিলে, "তই পিছে এতিয়া কি কৰিব খুজিছ ?"

"একো ঠিক কৰিব পৰা নাই।"

"ঠিক কৰিব নোৱাৰিলেই হব নে ? মই কওঁ শুন—তই আইনকে পঢ়। দদাইদেৱৰো সেইটোৰেই ইচ্ছা। সেই যে হাইস্কুলটো দদায়েৰ যাৰ গভৰ্নিং বডীৰ মেম্বাৰ—তাত মাষ্টৰি কাম এটা খালী আছে, দদায়েৰে তোক তাতে সোমাবলৈ কৈছে। উকীল হৈ নোলাৰ মানে তাতে কাম কৰি থাকিব পাৰিবি।"

অনন্তেশ্বৰে একো নামাতিলে। ভদ্ৰেশ্বৰে আকৌ কলে, "কামটো এৰি দি বেয়া লাগিছে নহয় ? এমাহৰ দৰমহাও হেৰুৱালি। হোঁ, এয়া তোক এমাহৰ দৰমহা মযে দিলোঁ।"

এইবাৰ অনন্তেশ্বৰে মাত লগালে, "দৰমহা মোক আপুনি দিব লাগিছে কেলেই ? সিহঁতে নিদিওঁ বুলিলেই হব নে কি ? মই সিহঁতৰ ওপৰত মকৰ্দ্দমা কৰিম। আপুনি মোক টকা দিব নেলাগে।"

মুখেৰে তেনেকৈ কলে যদিও অনন্তেশ্বৰে দেউতাকে দিয়া আঢ়ৈ-শ টকা হাত পাতি ললে।



## শেষ সিদ্ধান্ত

॥ ১ ॥

গোপীমোহনে খুজিলত তিলকাই পানী এগিলাচ দিলেহি যদিও তেওঁৰ পানী খোৱা নহল।

তেওঁ গিলাচটো মুখলৈ নিব খোজোঁতেই সুমিত্ৰাই বিজুলী সঞ্চাৰে আহি তেওঁৰ হাতৰ পৰা গিলাচটো কাঢ়ি নিলে, নি কলে, "তাইক পানী খুজিবলৈ আপোনাক নো পাইছিলে কিহে ? মই মৰিলোঁ নে কি ?"

সুমিত্ৰাই ভিতৰলৈ গৈ চৰ্পত এগিলাচ আনি গোপীমোহনক খাবলৈ দিলে। গোপীমোহনে এসোহা-দোসোহাকৈ চৰ্পতখিনি খাই তিনি আঙুলমান এৰিলে। সেইখিনি সুমিত্ৰাই পৰম তৃপ্তিৰে খাই শেষ কৰিলে।

গোপীমোহনে কলে, "তুমি যদি আনক মোৰ কাম একো কৰিবলৈকে নিদিয়া তেনেহলে অতবোৰ চাকৰ-চাকৰণী ৰখাৰ নো দৰকাৰ কি ? তিলকাই মোৰ বিছনাখন পাৰিলেও তোমাৰ জগৰ লাগে। সিহঁতে মোলৈ তামোল এখনো পানী এগিলাচো আনিব নেপায়। বহুৱাই হে সিহঁতক খুৱাব লাগিব এতিয়া।"

"থক বহি। বহি খালে নো কি হল ? আমি হে বহি খাব লাগে, চাকৰ-চাকৰণীয়ে বহি খালে নো কি জগৰটো লাগিল ? সিহঁতো মানুহ হে। যি খিনি কাম মই নিজে কৰিব পাৰোঁ সেইখিনি নো চাকৰে আপোনাক কৰি দিব লাগিছে কিয় ? আপোনাৰ এইবিলাক কাম কৰি মই ভাল পাওঁ, মোক মানা নকৰিব। ঘৰত আন কামো আছে নহয়, সেইবিলাক কৰক চাকৰ-চাকৰণীয়ে।"

আগতে গোপীমোহনৰ আল-পৈচান ধৰিছিল তিলকায়েই। তাইৰ মাকে এইখন ঘৰতে চাকৰণী খাটি তিলকাক দহ-বছৰীয়াজনী কৰি মৰিল। কিন্তু সুমিত্ৰাক বিয়া কৰাৰ পিছৰ পৰা তাই গোপীমোহনক কাষলৈ আহিবলৈ বৰকৈ সুবিধা নোহোৱা হল। সুমিত্ৰাই গোপীমোহনৰ সকলো ভাৰ নিজ হাতলৈ ললে। তিলকা হে নেলাগে, আন কোনো চাকৰ-চাকৰণীকে সুমিত্ৰাই গোপীমোহনৰ বৰকৈ কাষ চাপিবলৈ দিবলৈ ভাল নেপালে। গোপীমোহনে গা ধুই আহিলে তেওঁৰ তিতা কাপোৰ চাকৰ-চাকৰণীয়েই ধুই-মেলি ৰদত দিয়ে, কিন্তু গোপীমোহন কৰবালৈ যাবলৈ ওলালে তেওঁক সজাই-পৰাই জোতাৰ ফিটা বান্ধি দিয়ে তিলকাই।

চাকৰ-চাকৰণীৰ ইয়াত বেজাৰ নাই। সিহঁতে সুমিত্ৰাক ভালেই পায়, কাৰণ সুমিত্ৰাই সিহঁতৰ মৰম-বেথা বুজে। একমাত্ৰ তিলকাই হে মাজে মাজে মনটো গোমোঠা কৰে, একো-একোবাৰ ভাবে, ভালজনী আহি ওলালহি।

॥ ২ ॥

ৰাতি ন বাজি গল। বাগিচাৰ পৰা গোপীমোহন এতিয়ালৈকে ঘূৰি অহা নাই, অথচ তেওঁ সাত বজাৰ আগতে পাবহি বুলি সুমিত্ৰাক কথা দি গৈছিল। সুমিত্ৰাই বিছনাখনত পৰি কিতাপ এটা মেলি লৈছে, কিন্তু কিতাপত মন দিব পৰা নাই।

শাহুৱেকে আহি সুমিত্ৰাক কলে, "গোপী দেখোন এতিয়ালৈকে অহা নাই। তই নো ভাত নোখোৱাকৈ আৰু কিমান পৰ থাকিবি? আহ, ভাত খাহি। কিমান নো এনেকৈ বাট চাই থাকিবি তালৈ? কিবা লেঠাত পৰি হে সি এতিয়ালৈকে অহা নাই।" অলপ ৰৈ বুঢ়ীয়ে আকৌ কলে, "সি আজি বাগিচাতে থাকে বা!"

গোপীমোহন বাগিচাত থকাটো সুমিত্ৰাই বিশ্বাস কৰিব



নোৱাৰিলে। সুমিত্ৰাৰ কথাকে মানি আজি এবছৰ গোপীমোহন এৰাতিও বাগিচাত থকা নাই। বিয়া কৰোৱাৰ লগে লগে গোপীমোহনৰ সেই অধ্যায় শেষ হল। তেওঁ বাগিচালৈ প্ৰায়েই যায়, বাগিচাত মেনেজাৰ আছে যদিও তেওঁৰ নগলে ভাল নেলাগে, কিন্তু কেই ঘণ্টামান থাকি কাম-কাজৰ খবৰ লৈ আৰু দিহা দি তেওঁ ঘৰলৈ ঘূৰি আহে।

সুমিত্ৰাই কলে, "তেওঁ নেথাকে বাগিচাত, ওলাবহি এতিয়া। মই তেওঁ আহিলেই ভাত খাম। আপুনি শোৱকগৈ আই।"

শাহুৱেকে বোৱাৰীয়েকৰ গতি-গোত্ৰ বঢ়িয়াকৈ জানে। সেই দেখি "যি ভাল দেখ কৰ" বুলি শাহুৱেক কোঠাটোৰ পৰা ওলাই আহিল। বুঢ়ীৰ সেৰেলা মুখৰ লেৰেলা ওঠৰ কোণত মিচিকীয়া হাঁহিৰ ক্ষীণ ৰেখা এটি। এদিন বুঢ়ীও গাভৰু আছিল। সেই দিন এতিয়া নাই, কিন্তু স্মৃতি তাৰ এতিয়াও আছে, আৰু বৰ মধুৰ সেই স্মৃতি।

একমান বজাত বৰষুণত জুলুৰিজুপুৰি আৰু বোকাৰে লুতুৰিপুতুৰি হৈ গোপীমোহন ওলালহি। মটৰখনে বাটতে লেঠা লগালে আৰু অনেক চেষ্টা কৰিও কোনো মতে লেঠা ভাঙিব নোৱাৰি তাতে মটৰখন এৰি ড্ৰাইভাৰটো লগত লৈ আঢ়ৈ-মাইল বাট খোজ কাঢ়ি আহিব লগা হোৱাত ইমান পলম হল।

গোপীমোহনৰ ভোক লাগিছিল, কিন্তু সুমিত্ৰাই তেওঁক ৰান্ধি থোৱা ভাত খাবলৈ নিদিলে, "এনেকৈ বৰষুণত তিতি আহি এই ৰাতিখন ভাত খালে অসুখ কৰক লাগিলে। ৰব অলপমান। আপুনি এই গৰম কামিজটোকে চোন পিন্ধক, নহলে ঠাণ্ডা লাগিব আকৌ।"

"একো অসুখ নকৰে, ভাতকে দিয়াঁ খাওঁ।"

"আপুনি খাওঁ বুলিলেই হব নে? আপুনি লাগিলে বিছনাতে অলপ দীঘল দিয়ক, মই এতিয়াই আহিছোঁ।"

সুমিত্ৰাই চাকৰণী ছোৱালী এজনী জগালে, জগাই দুয়ো ৰান্ধনি-ঘৰলৈ গৈ আটাৰ ৰুটী কেইখনমান কৰি তাৰ লগতে আগতে ৰান্ধি থোৱা মাংস এবাতি গৰমকৈ আনি গোপীমোহনক খুৱালে আৰু তেওঁৰ খোৱা হলত নিজেও খালে।

খাই উঠাৰ পিছত বেছি কথা কবলৈ সময় নাছিল। সুমিত্ৰাই তথাপি গোপীমোহনক কলে, "আজিৰ পৰা বাগিচালৈ যাওঁতে নতুন মটৰখনকে আপুনি লৈ যাব। পুৰণা মটৰখন ইমান দুৰলৈ আৰু নিনিব আপুনি।"

॥ ৩ ॥

দিনবিলাক আনন্দৰেই গৈছিল। সুমিত্ৰাৰ ভালপোৱাৰ অত্যাচাৰত মাজে-সময়ে গোপীনাথ অতিষ্ঠ হৈ উঠিলেও ইমান যত্ন, সেৱা, আদৰ-সাদৰে তেওঁক অভিভূত কৰি পেলাইছিল।

দুমলীয়া জীয়েক সাবিত্ৰীক লৈ সুমিত্ৰাৰ মাক ওলালহি। সাবিত্ৰীৰ ৰূপলাৱণ্যৰ তিৰবিৰণিত ঘৰখন উজলি উঠিল। সুমিত্ৰাও ৰূপহী, কিন্তু সাবিত্ৰীৰ আগত সুমিত্ৰা নিষ্প্ৰভ হৈ গল। চেহেৰাত সাদৃশ্য থাকিলেও দুয়োৰো প্ৰভেদ চকুত-লগা। সাবিত্ৰী সুমিত্ৰাৰ ৰাজ-সংস্কৰণ। গোপীমোহনে সাবিত্ৰীক আঠ মাহমান দেখা নাছিল। ইয়াৰ ভিতৰতে কোন বসন্তৰ সুধা-সনা পৰশ লাগি তাইৰ ইমান মাধুৰী ফুটি উঠিল!

কেইযোৰমান পাৰ আনি চাকৰ লৰা এটাই মাৰিবলৈ লৈছিল। তাৰে ধুনীয়া চাই পাৰ এযোৰ লৰাটোৰ হাতৰ পৰা আনি গোপীমোহনক দেখুৱাই সাবিত্ৰীয়ে কলে, "চক ভিনিহিদেউ, কেনে ধুনীয়া পাৰযোৰ! এইযোৰ মই মাৰিবলৈ নিদিওঁ দেই। মই এইযোৰ পুহিম।"

সাবিত্ৰীয়ে পাৰযোৰক চুমা খালে, পাখিবোৰত আলফুলকৈ হাত



বুলাই দিলে, বুকুত সাবটি লৈ থাকিল। গোপীমোহন সাবিত্ৰীৰ ফালে চাই ৰল। সাবিত্ৰীয়ে কলে, "বাহ এটা আজিয়েই সজাই দিয়াব দেই ভিনিহিদেউ। আই-ঐ, কেনে ধুনীয়া পাৰযুৰি।"

গোপীমোহনে মনতে কলে, "ধুনীয়া হয় পাৰযুৰি, কিন্তু তোমাতকৈ নহয়।" ফুটাই কলে, দিম বাৰু বাহ এটা সজাই।

"আজিয়েই?"

"আজিয়েই।"

সাবিত্ৰীয়ে "যাওঁ মই পাৰযোৰক চাউল খুৱাওঁগৈ" বুলি আহিব খোজোঁতেই গোপীমোহনে সুধিলে, "পাৰ পুহিবলৈ তোমাৰ বৰ চখ নে কি?"

"বৰ চখ। পাৰ পুহি মই বৰ ভাল পাওঁ। আমাৰ ঘৰত পুহিছোঁ নহয় মই, এযোৰ নহয়, দোযোৰ নহয় পাঁচযোৰ পুহিছোঁ। তিনিযোৰে কণী পাৰিছে, এযোৰে কুটা কঢ়িয়াইছে, মই দেখি আহিছোঁ।"

"তোমাৰ আৰু কিহত চখ?"

"ফুলত। আপোনাৰ কিন্তু ভাল ফুলনি এখনেই নাই।"

"কেলেই? সেইখন কি?"

"সেইখন নো আপুনি ফুলনি বোলে নে? আমাৰ ঘৰৰ ফুলনিখনেই ইয়াতকৈ বহুত ভাল। খৰিকাইজাঁই আৰু তগৰ ফুলৰ গোন্ধত আমোলমোল হৈ থাকে। ৰজনীগন্ধা এজোপাও ৰুইছোঁ। মই নিজে পানী দিওঁ জানে? আপোনাৰ দেখোন মালী এটাও আছে। ফুলনিখনৰ অৱস্থা কেনে হৈছে চকগৈচোন।"

ফুলনিখনলৈ সেই দিনা গোপীমোহনে নতুন চকুৰে চালে আৰু মালীটোকো নতুন কথা শুনালে। ফুলনিখন যে সি নষ্ট কৰিলে তেনে কথা আগতে কোনো দিনা মালীটোৱে গোপীমোহনৰ পৰা শুনা নাছিল।

॥ ৪ ॥

সুমিত্ৰাৰ মাক থাকোঁতেই গোপাল নামৰ ডেকা লৰা এটাৰ লগত তিলকাৰ বিয়া হৈ গল। সি গোপীমোহনৰ বাগিচাতে হাজিৰা মহৰিৰ কাম কৰে। গোপীমোহনৰ ইচ্ছা আছিল তেওঁৰ ড্ৰাইভাৰ-টোলৈকে তাইক বিয়া দি তাইক তেওঁৰ ওচৰতে ৰাখে। কিন্তু কথাটো সুমিত্ৰাৰ মনঃপুত নহল আৰু শাহুৱেকেও সুমিত্ৰাৰ মততে মত দিয়াত গোপীমোহনে বল কৰিব নোৱাৰিলে।

বিয়া সুমিত্ৰাই ধুমধামকৈয়ে পাতিলে। দৰা আহোঁতে দৰাৰ লগত দুটাকৈ হাতীও আহিছিল। যৌতুকত সুমিত্ৰাই তিলকাক যিখিনি বস্তু দিলে তাক দেখি নিমন্ত্ৰিত কেইবাজনেও গোপীমোহনক শলাগিলে। এজনে কলে, "গোপীমোহন দিল থকা মানুহ।" আন এজনে মাত লগালে, "কিহৰ দিল থকা মানুহ হে? ফিতাহি। ইয়াকে বোলে ফিতাহি।" এচুকত বহি দুজনে ফুচফুচকৈ কিবাকিবিখিনি তেওঁলোকৰ ভিতৰতে কলে আৰু ইজনে সিজনলৈ চাই চকু টিপিয়ালে।

পিছ দিনা পুৱা কন্যা দৰাৰ ঘৰলৈ যাবলৈ ওলালত গোপীমোহনৰ মাকেই বেজাৰ পালে আটাইতকৈ বেছি। মাক মৰাৰ পিছৰ পৰা আজি সাত বছৰ তিলকাৰে বুঢ়ীৰে এদিনো এৰা-এৰি হোৱা নাই। কেতিয়াবা কৰবালৈ গলেও বুঢ়ীয়ে তিলকাক লগত লৈ যায়। বুঢ়ীয়ে তিলকাক আৰু তিলকাই বুঢ়ীক এনে দৰে আগুৰি থাকে যেন দুয়ো বুঢ়ীমাক-নাতিনীয়েক হে। ৰাতি বুঢ়ীৰ ভৰি-পথানতে খাট এখনত তিলকা শোৱে আৰু বুঢ়ীয়ে কোৱা সাধু শুনি টোপনি যায়।

থোকাথুকি মাতেৰে গোপীমোহনৰ মাকে তিলকাক কলে, "আজিৰ পৰা সেইখন হে তোৰ ঘৰ হল আই! গিৰীয়েৰে যাতে কোনো কথাতে তোৰ আঁৰ ধৰিব নোৱাৰে, তোৰ কোনো কথাতে



আসোৱাহ উলিয়াব নোৱাৰে, সেই মতে চলিবি। তোৰ পৰা গিৰীয়েৰে যাতে সুখ-সন্তোষ পায় তালৈ চকু ৰাখিবি। গিৰীয়েৰেই তোৰ এতিয়া আটাইতকৈ আপোনাৰ জন। তহঁত দুটাৰ যেন সকলো পিনে জয়জয় ময়ময় হয় তাকে হে ঈশ্বৰক খাটিলোঁ।"

তিলকাই হুকহুককৈ কান্দি পেলালে। সুমিত্ৰা ওচৰতে আছিল, সুমিত্ৰাৰো চকুৰ পানী ওলাল। সাবিত্ৰীৰ লগত গোপীমোহন সোমাই আহিল। তিলকাই গোপীমোহনক সেৱা কৰিলে, এটোপা চকুৰ পানী গোপীমোহনৰ ভৰিত পৰিল। তেওঁ "থক থক হৈছে হৈছে" বুলি কোৱাৰ লগে লগে সাবিত্ৰীয়ে কৈ উঠিল, "কি থক থক হৈছে হৈছে! সেৱা কৰিছে নহয়, আশীৰ্ব্বাদ দিয়ক এতিয়া। কক, হৰ-গৌৰীৰ বসতি হওক, দুয়োৰো নতুন ঘৰখন নদন-বদন হৈ উঠক।"

বিয়াৰ কেই দিনমান পিছত সাবিত্ৰী আৰু মাক নিজ ঘৰলৈ গল। গোপীমোহন আৰু সুমিত্ৰাৰ বৰ উকঙা উকঙা লাগিল, গোপীমোহনৰ বিশেষকৈ।

॥ ৫ ॥

মাকে সুমিত্ৰাক কৈ গৈছিল সাবিত্ৰীৰ কাৰণে দৰা এটা চাবলৈ গোপীমোহনক কবলৈ। সাবিত্ৰীয়ে মেট্ৰিকুলেছন পাছ কৰি কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম লগাইছে যদিও মাক-বাপেকৰ পঢ়াবৰ ইচ্ছা নাই। ভাল দৰা এটা পালে সোনকালে বিয়া দিব খোজে।

কথাটো সুমিত্ৰাই গোপীমোহনৰ আগত উলিয়ালত গোপীমোহনে একো নেমাতি সুমিত্ৰাৰ মুখলৈ চাই ৰল। সাবিত্ৰীৰ অনেক কথাকে তেওঁৰ মনত পৰি আহিল। সুমিত্ৰাৰ কথাবিলাকত লালিত্য নাই, সাবিত্ৰীয়ে কথা কলে যেন অমৃত হে বৰষে! হাঁহিলে সুমিত্ৰাক

ভাল দেখি সঁচা, কিন্তু সুমিত্রাই প্ৰাণ খুলি হাঁহিবও নোৱাৰে। সাবিত্ৰী বাংঢালী, হাঁহিবৰ কাৰণ নেথাকিলেও সাবিত্ৰীয়ে হাঁহিৰ খলকনি তুলিব পাৰে। সাবিত্ৰীৰ মুখেও হাঁহে, চকুৱেও হাঁহে। হাঁহিলে সাবিত্ৰীৰ গালত যে খাল পৰে তাক গোপীমোহনে পাহৰিব কেনেকৈ ?

সুমিত্ৰাই কলে, "একো নেমাতিলে দেখোন! মোৰ মুখলৈ চাই নো কি গুণিছে ?"

গোপীমোহনে "একো গুণা নাই" বুলি লগতে সুধিলে, "কেনেকুৱা দৰা নো সাবিত্ৰীৰ কাৰণে লাগে ?"

"আপুনি দেখোন সাবিত্ৰীৰ গঢ়-গতি জানেই। তাই বৰ চৌখিন, মোৰ নিচিনা নহয়। তাইক ভালকৈ খাবলৈ, ভালকৈ পিন্ধিবলৈ, ভালকৈ থাকিবলৈ লাগে। যাকে-তাকে সেইদেখি তাইক আয়ে দিব নোখোজে। দুখলীয়া জীয়েক নহয়, আইৰ তাইলৈ বৰ মৰম। আয়ে কয় আপোনাৰ দৰে ধনী-মানী জোঁৱাই এটা পালে হে যদি তাইৰ সুখ হয়।"

"মোৰ দৰে ধনী-মানী জোঁৱাই এটা লাগে! মোক নেলাগে নে? মোক লাগে যদি মই ৰাজী আছোঁ।"

"লাগিল আপুনি ধেমালি কৰিবলৈ। ধেমালিৰ কথা নহয়। আপুনি সাবিত্ৰীৰ কাৰণে উপযুক্ত দৰা এটা ঠিক কৰি দিবই লাগিব। আমাৰ ইয়ালৈ যে মাজে-সময়ে আহে বিমল, তেওঁকে ঠিক কৰিব নোৱাৰি নে ?"

তিনি বছৰমান হল বি-এল পাছ কৰি উকীল হৈছে, পিছে দেউতাকে তেওঁলৈ যিখিনি ধন-সম্পত্তি থৈ গৈছে, তেওঁ ওকালতি নকৰিলেও হয়। বিমলো যায় উকীলখানালৈ কথা পাতি সময় নিয়াবলৈ হে, মক্কেল গোটাবলৈ নহয়। দেউতাকে যুদ্ধৰ সময়ত ঠিকা কৰি কোৱোনাৰে চপোৱাদি ধন চপালে বুলি মানুহে কয়। আচলতে কিমান টকা কৰিলে তাৰ সম্ভেদ আনে নেপালেও এইটো



অনেকে জানে যে তেওঁ বৰ্হমথুৰি বাগিচাখন কিনিবলৈ ওলাইছিল, কোম্পানীয়ে বেচিম বুলি পিছত নেবেচা হলত হে তেওঁৰ লোৱা নহল।

বিমল যে সাবিত্ৰীৰ কাৰণে উপযুক্ত দৰাই হব তাক গোপীমোহনে বুজিলে। বিমল দেখিবলৈকো ভাল, সুগঢ়ী আৰু স্বাস্থ্যবান, ডেকা বয়সৰ উচ্ছৃঙ্খলতাও তেওঁৰ নাই। মাক, বিধৱা বায়েক আৰু বায়েকৰ লৰা-ছোৱালী হালক লৈয়ে তেওঁৰ সংসাৰ। মাকতকৈ বায়েকৰে তেওঁৰ ওপৰত প্ৰভাৱ বেছি।

গোপীমোহনে কলে, "কেনেকৈ কম বিমলক ঠিক কৰিব পাৰি নে নোৱাৰি ?"

"আপুনি কৰোঁ বুলিলে ঠিক কৰিব পাৰিব, তেনে বিশ্বাস মোৰ আপোনাৰ ওপৰত আছে।"

"সিমান বিশ্বাস কিন্তু ভাল নহয়।"

"বেয়া যে তাৰো একো প্ৰমাণ এতিয়ালৈকে পোৱা নাই।"

গোপীমোহনে একো নেমাতিলে। সুমিত্ৰাই আকৌ কলে, "আপুনি মোক এদিন বিমলহঁতৰ ঘৰলৈ লৈ যাব দেই, মই বায়েকৰ আগত কথাটো উলিয়াম। আপুনিও এবাৰ বিমলক কব।"

॥ ৬ ॥

এমাহমান গল। গোপীমোহনে সুমিত্ৰাক বিমলহঁতৰ ঘৰলৈ এতিয়ালৈকে নিনিলে। সুমিত্ৰাই গোপীমোহনক যাবলৈ লগ ধৰে, তেওঁ নানা বাগী দি পুলুকা মাৰে। কোনো কোনো দিনা তেওঁ কয়, "যামচোন বাৰু, কি নো তৎ নোহোৱা হৈছে।" গোপীমোহনক লগত নোলোৱাকৈ সুমিত্ৰায়ো যাবলৈ ভাল নেপালে। বিমল ইয়াৰ ভিতৰতে দুদিনো গোপীমোহনৰ ওচৰলৈ আহিছিল, সুমিত্ৰাই কোৱাতো গোপীমোহনে তেওঁৰ আগত এই বিষয়ে একো নুলিয়ালে।

সুমিত্রাই দেউতাকৰ পৰা এখন চিঠি পালে। চিঠিখন দীঘলীয়া। তেওঁ লিখিছে যে গোপীমোহনে সাবিত্ৰীক বিয়া কৰাব খোজে। অলপতে সিদিনা সেই কথাৰে চিঠি এখন দি তিলকাৰ গিৰীয়েক গোপালক তেওঁৰ ওচৰলৈ পঠাইছিল। সি গোপীমোহনৰ বহুত গুণ-কীৰ্ত্তন কৰিলে। সি চিঠিৰ উত্তৰ লগতে লৈ যাবলৈকে বিচাৰিছিল, দেউতাকে ভাবি-চিন্তি চাই পিছে-পৰে দিব বুলি গোপালক এদিন ৰাখি বিদায় দিলে। মাকে একো-একোবাৰ সাবিত্ৰীক গোপীমোহনলৈ দিবলৈকে ওলায়, ৰাণীৰ সুখত থাকিবলৈ পাব বুলি কয়। দেউতাকৰ হলে অলপো মন নাই। সাবিত্ৰীয়ে এই বিষয়ে এতিয়ালৈকে একো নেজানে। দেউতাকে সুমিত্ৰাৰ মতটো সুধি পঠাইছে, কাৰণ সুমিত্ৰাক বাদ দি এই বিষয়ে কোনো সিদ্ধান্তকে হব নোৱাৰে।

চিঠিখন সুমিত্ৰাৰ হাতৰ পৰা পৰি গল। দুচকুৰ পৰা সুমিত্ৰাৰ ধাৰাসাৰে চকুৰ পানী ওলাবলৈ ধৰিলে, যতে বহি আছিল তাতে জঠৰ লাগি সুমিত্ৰা বহি থাকিল। শাওণ মাহ। বাহিৰত দোপাল-পিতা ধুমুহা-বৰষুণ। খোলা খিৰিকীখনেদি এছাৰকণিয়ে সুমিত্ৰাৰ মুখখন তিয়াই পেলালে, বতাহে উৰাই চুলিবোৰ আউল-বাউল কৰি দিলে। তথাপি নিৰ্ব্বাক-নিষ্পন্দ ভাৱে সুমিত্ৰা তাতে বহি থাকিল, খিৰিকীখন বন্ধ কৰি দিবলৈকো সুমিত্ৰাৰ হাত নুঠিল। চাকৰণী ছোৱালী এজনীয়ে চুইচটো টিপি লাইটটো জলাই দিলত সুমিত্ৰাই খক্‌মক্‌কৈ উঠিল আৰু বুজিলে যে সন্ধ্যা হল।

চাকৰণী ছোৱালীজনীয়ে কলে, "আয়ে গোঁসাই-ঘৰত চাকি দি নাম লবলৈ আপোনাৰ কাৰণে ৰৈ আছে। আহক আইদেউ।"

সুমিত্ৰাই চিঠিখন বুতলি লৈ কলে, "মোৰ গাটো আজি ভাল লগা নাই। আইকে নাম লবলৈ কগৈ।"

চাকৰণী ছোৱালীজনীয়ে "কওঁগৈ বাৰু" বুলি ওলাই আহিব খুজিয়েই সুমিত্ৰাক সুধিলে, "ৰান্ধনি-ঘৰলৈ নেযায় জানো আইদেই?"



"কৈছোঁ নহয় মোৰ গাটো ভাল লগা নাই বুলি। মোক এই দৰে আমনি কৰি নেথাকিবি।"

উত্তৰ শুনি চাকৰণী ছোৱালীজনী আচৰিত হল। আচৰিত হবৰ কথাও। গাৰ অসুখ আগেয়েও সুমিত্ৰাৰ হৈছে, কিন্তু এদিনো এনেকৈ ৰান্ধনি-ঘৰলৈ নোযোৱাকৈ সুমিত্ৰা থকা নাই আৰু ৰন্ধাৰ সকলো দিহা-পোহা নিদিয়াকৈও থকা নাই। সুমিত্ৰাৰ আচৰণ তাইৰ একেবাৰে নতুন লাগিল।

॥ ৭ ॥

সুমিত্ৰাৰ চিঠি পাই দেউতাকে গোপীমোহনলৈ সংক্ষেপতে লিখি পঠালে যে তেওঁৰ প্ৰস্তাৱত ঘৰত কাৰো মত নাই। সাবিত্ৰীক তেওঁলৈ দিলে সুমিত্ৰাৰ প্ৰতি বৰ অন্যায় কৰা হব। গোপীমোহনে যেন বেয়া নেপায়।

চিঠি পাই গোপীমোহনৰ খঙেই উঠিছিল, কিন্তু খং সামৰি কেনেকৈ মনৰ বাঞ্ছা সিদ্ধি কৰিব পাৰি তাৰ উপায় তেওঁ চিন্তিবলৈ ধৰিলে। তেওঁ নিজেই এবাৰ শহুৰেকৰ ওচৰলৈ যাব নে কি? গৈ শহুৰেকক তেওঁ বুজাই কব নে কি যে সাবিত্ৰীক বিয়া কৰিলে সুমিত্ৰাৰ প্ৰতি একো অন্যায় কৰা নহয়। একেজোপা গছকে আকো-ৱালি ধৰি দুডাল লতা ফলে-ফুলে জাতিষ্কাৰ হৈ থাকিব নোৱাৰে জানো? দুই বাই-ভনী তেওঁৰ সোওঁহাত-বাওঁহাত হৈ থাকিব। শহুৰেক নটলিব নে? কিন্তু নাই, তেওঁ যোৱাটো ঠিক নহব।

গোপীমোহনে সুমিত্ৰাক ধৰিলে এবাৰ গৈ দেউতাকক বুজাবলৈ। সুমিত্ৰাই কলে, "আপোনাক কাবৌকৈ মাতিছোঁ মোক যাবলৈ নকব। যি কৰে আপুনিয়েই কৰক। মই তো আপোনাক কৈছোঁৱেই এই বিয়াত মোৰ মত নাই।"

"তোমাৰ মতটো মোক নেলাগে। মই যি কৈছোঁ তাক কৰিবা নে নকৰাঁ?"

"এই কথা লৈ মই ঘৰলৈ যাব নোৱাৰোঁ। দেউতা আৰু আয়েই বা কি বুলিব? মই তেওঁলোকক কি বুজামগৈ? মই তেওঁলোকক কেনেকৈ কমগৈ—"

সুমিত্ৰা ৰৈ গল। গোপীমোহনে কলে, "যাব নোৱাৰা যদি দেউতাৰালৈ চিঠি এখনকে লিখি পঠোৱা।"

"কি বুলি চিঠি লিখিম? আপোনালৈ সাবিত্ৰীক দিবলৈ! নাই, মই তেনেকৈ কেতিয়াও লিখিব নোৱাৰোঁ।"

"লিখিবই লাগিব। মোৰ হুকুম।"

"আপোনাৰ এই হুকুম মই নেমানো। আপুনি ভাবিছে নে কি মই নিজেই মোৰ ভৰিত বাগী কুঠাৰ মাৰিম? সাবিত্ৰীয়েই বা মোৰ লগত সতিনী খাটিবলৈ আহিব কি বুলি?"

গোপীমোহনে উত্তৰত একো কবলৈ নৌ পাওঁতেই সুমিত্ৰা কোঠাটোৰ পৰা ওলাই গল। আধা-ঘণ্টামানৰ পিছত চাহ এপিয়লা লৈ আহি সুমিত্ৰাই দেখিলে গোপীমোহন আৰামী চকীখনতে ঠেং মেলি বহি আছে। কপালৰ শিৰবিলাক থুপ খাই পৰিছে! মুখখন শেতা, চকু দুটা উজ্জ্বল। সুমিত্ৰাই চাহপিয়লা আগ বঢ়াই দিওঁতেই গোপীমোহনে হাতটো মাৰি পঠিয়ালে, সুমিত্ৰাৰ কাপোৰে-কানিয়ে ছিটিকি পৰিল চাহখিনি আৰু পিয়লা-পিৰিচযোৰ উফৰি গৈ টুকুৰাটুকুৰ হল।

গোপীমোহন গৰ্জ্জি উঠিল, "মোক চাহ খুৱাবলৈ আহিছে! নেখাওঁ মই চাহ। এইবোৰ লেৰেলা সাদৰ মোক লাগিছে কেলেই? মোৰ আগলৈ নাহিবা তুমি। যোৱা গুচি ইয়াৰ পৰা।"

একো নেমাতি সুমিত্ৰাই পিৰিচ-পিয়লাযোৰৰ ভগা টুকুৰাবিলাক গোটাবলৈ ধৰিলে। গোটালে নো কি হব? ভগা পিৰিচ-পিয়লা আৰু জোৰা নেখায়।



|| ৯ ||

সুমিত্ৰালৈ সাবিত্ৰীয়ে চিঠি এখন দিছিল। চাকৰ লৰাটোৱে আন চিঠিৰ লগতে পিয়নৰ হাতৰ পৰা চিঠিখন আনি গোপীমোহনক দিলত তেওঁ সাবিত্ৰীৰ আখৰ চিনি পাই পঢ়ি খুলিলে। সাবিত্ৰীয়ে সুমিত্ৰালৈ লিখিছে, "বাইদেউ, মই গম পাইছোঁ ভিনীহিদেৱে বোলে মোক বিয়া কৰাবলৈ উঠি-পৰি লাগিছে। ভিনীহিদেউক তুমি সতৰ্ক কৰি দিবা। তেওঁক বিয়া কৰাবলৈ মোৰ কি গৰজ পৰিছে? ভিনীহিদেৱে যেন এই বিষয়ে ইমানতে ক্ষান্ত দিয়ে। ইতি। তোমাৰ মৰমৰ সাবিত্ৰী।"

গোপীমোহনে চিঠিখন দুবাৰো পঢ়িলে, পঢ়ি আগৰ ভাজে ভাজে জাপি লেফেফাটোত ভৰাই আঠা লগাই বন্ধ কৰিলে। সুমিত্ৰাৰ চিঠি, তেওঁ সুমিত্ৰাক দি দিব। নাই, সুমিত্ৰাক চিঠিখন তেওঁ নিদিয়ে। সুমিত্ৰাক তেওঁ জানিবলৈকে নিদিয়ে এনে এখন সাঙ্ঘাতিক চিঠি আহিছিল বুলি। গোপীমোহনে জুইবাহটোৰ পৰা কাঠি এটা উলিয়াই জ্বলাই লৈ চিঠিখনৰ চুক এটাত লগাই দিলে। চিঠিখন জলি উঠিল আৰু জলি পুৰি ছাই হৈ গল।

ৰাতি শুবলৈ আহি সুমিত্ৰাই দেখিলে গোপীমোহনে বিছনাখনতে ইকাটি-সিকাটি কৰি পৰি আছে। সুমিত্ৰাই কলে, "আপুনি এনেকৈ বেজাৰ কৰি থাকিলে নো কেনেকৈ হব? আজি ভালকৈ ভাতো নেখালে। মই আৰু একো বাধা নজন্মাও। আপুনি সাবিত্ৰীক বিয়া কৰক। আপুনি কোৱা মতেই মই দেউতালৈ চিঠি লিখি দিম।" গোপীমোহনে একো নেমাতিলে, একো উৎসাহো নেদেখুৱালে। ডিঙিলৈকে কাপোৰ এখন টানি সিফালে মুখ কৰি গোপীমোহন শুই থাকিল।

শোৱনী কোঠাটোতে লগাই আন এটা কোঠা। সেইটোৱেই

গোপীমোহনৰ অফিচ কোঠা, তাতে দিনত গোপীমোহনে লিখা-পঢ়া কাম কৰে। সুমিত্ৰা কোঠাটোলৈ সোমাই গল আৰু তাতে দেউতাকলৈ এখন চিঠি লিখিলে। চিঠিখনৰ মৰ্ম এয়ে যে আগতে যদিও সুমিত্ৰাই সাবিত্ৰীক ভিনীহিয়েকলৈ বিয়া দিয়াৰ প্ৰস্তাৱও আপত্তি জনাইছিল, কথাটো আকৌ নতুনকৈ ভাবি চাই আৰু সাবিত্ৰীৰো ইয়াত মত আছে বুলি গম পাই সুমিত্ৰাৰ এতিয়া মত বদলিছে। এই বিয়া হোৱাটো হে সুমিত্ৰাই বাঞ্ছা কৰে। সাবিত্ৰীৰ যাতে সকলো পিনে সুবিধা হয় তাৰ ব্যৱস্থা সুমিত্ৰাই কৰিব।

চিঠিখন লিখা শেষ হলত সুমিত্ৰাই মেজখনৰ ওপৰত গোপীমোহনৰ হাত-ঘৰীটোৰ তলতে চিঠিখন থৈ দিলে। ইটো কোঠালৈ আহি সুমিত্ৰাই দেখিলে গোপীমোহনৰ টোপনি। সুমিত্ৰাই গোপীমোহনৰ মুখলৈ অলপ পৰ চাই ৰল। তাৰ পিছত দুৱাৰখন লাহেকৈ জপাই সুমিত্ৰা বাহিৰলৈ ওলাই গল।

সেই যে ওলাই গল সুমিত্ৰা আৰু ঘূৰি নাহিল। পুৱা বিছনাত নেপাই ইপিনে সিপিনে বিচাৰি পিছ ফালৰ পুখুৰীটোৰ পৰা সুমিত্ৰাক তোলা হল। তেতিয়া সুমিত্ৰাৰ দেহত প্ৰাণ নাই।

১৯৫১



# বিৰাট শূন্য

॥ ১ ॥

ছোৱালীটিৰ লগত মোৰ বাটত দেখা। কিবাকিবি কিছুমান মনতে গুণি আলিবাটেদি আহি থাকোঁতে কাণত পৰিল এষাৰি মিহি বচন, "আপুনি মোক স্কুলত থৈ আহিব পাৰে নে?" ঘূৰি চাই দেখোঁ মোৰ অলপ দূৰৈত বাওঁফালে এটি সৰু ছোৱালী।

অচিনাকি এই ছোৱালীটিৰ এই সাদৰী আদেশফেৰি মই পালন নকৰি থাকোঁ কেনেকৈ? এই আদেশফেৰিৰ লগতে যে, সনা আছে ছোৱালীটিৰ আন্তৰিক সৰলতা, ছোৱালীটিৰ মুকলি মনৰ উচ্ছ্বাস, ছোৱালীটিৰ আবেগপূৰ্ণ ব্যাকুলতা। ছোৱালীটিক মই চিনি নাপাওঁ সঁচা, কিন্তু মোক যে ছোৱালীটিয়ে চিনি নাপায় সেই কথা খাতাংকৈ কওঁ কেনেকৈ?

ছোৱালীটিক কেলেই লাগিছে মোৰ নাম কি, মই ক'ত থাকোঁ, মই কি কাম কৰোঁ, মোৰ পকী-ঘৰ আছে নে নাই, মই সভা-সমিতিত আগ আসন পাওঁ নে নাপাওঁ আৰু ৰজাঘৰে মোক খিতাপ দিছে নে নাই! ছোৱালীটিক সেইবোৰ খবৰ লাগিছে বা কেলেই? তাইৰ কাৰণে সেইবোৰ খবৰৰ তো একো মূল্য নাই! কিন্তু ছোৱালীটিয়ে ধ্ৰুপ জানিছে যে মই মানুহ, তাইক মৰম কৰা আপোন মানুহবিলাকৰ নিচিনাই ময়ো এটা মানুহ, আৰু বুজিছে মই যদি মানুহেই হওঁ তেনেহলে তাইৰ এই ক্ষুদ্ৰ আদেশফেৰি পালন নকৰাকৈ থকাটো মোৰ পক্ষে অসম্ভৱ।

মই ছোৱালীটিক সুধিলোঁ, "তোমাৰ স্কুল নো কোনটো? এই যে এতিয়া নতুনকৈ খুলিছে সেইটো নে কি?" উত্তৰ পালোঁ, "সৌফালে যে আছে সেইটো।" ছোৱালীটিক মই সেইফালেই লৈ

গলোঁ ; মই লৈ যাম কি, ছোৱালীটিয়েই গল, মই লগতে গলোঁ। বাটত চিনাকি মানুহ এজনে পাই সুধিলে, "কলৈ ?" মই একো নামাতি চকুৰে বুজাই দিলোঁ, আগলৈ। মনতে কলোঁ ছোৱালীটিয়ে যলৈ লৈ যায় তালৈ।

ফাগুন মাহ। আলিবাটৰ কাষৰ ঘাঁহনিখনত আগ ৰাতিয়েই হোৱা বৰষুণৰ কণ্ কণ্ টোপালবিলাকত কোমল ৰ'দৰ তিৰ্‌বিৰণি। নাহৰ গছ কেইজোপাত ৰাশিয়ে ৰাশিয়ে সেউজীয়া চিকুণ পাত আৰু লোমালোমে ফুলোঁ-নুফুলোঁকৈ থকা ফুলৰ কলি। মানুহ এঘৰৰ জপনা-মুখত ফুলেৰে জাতিস্কাৰ হৈ পৰিছে লচ্‌পচী লতা এডালি, নাচি উঠিছে ৰিব্‌ৰিব্ মলয়া বতাহৰ মৃতুল কঁপনি লাগি আকাশলৈ উধাতু খাই বগাব খোজা তাৰ লিহিৰি-পিহিৰি আগকণি। বুঢ়া মদাৰ গছ-জোপাতো ৰঙৰ বোল। বসন্তৰ পূৰ্ণ পয়োভৰ কিন্তু নৌ হয় এথোন।

আলিবাটৰ কেকুৰি এডোখৰ পাৰ হৈয়েই ছোৱালীটিয়ে আঙুলিয়াই কলে, "সৌটোৱেই আমাৰ স্কুল।"

"তুমি তাতে পঢ়া ?"

"তাতে পঢ়োঁ।"

"তোমাৰ কিতাপ-বহী নাই কেলেই ?"

"আজি যে প্ৰমোচন !"

"তুমি আন দিনা স্কুললৈ কাৰ লগত আহাঁ ?"

"চকীদাৰনীৰ লগত আহোঁ। আজি আকৌ মই ভাত খাই থাকোঁতেই তাই গুচি গলগৈ।"

ছোৱালীটিৰ পৰিচয় লৈ জানিলোঁ তাইৰ দেউতাক মোৰ চিনাকি। এনেতে সিফালৰ পৰা স্কুললৈ যোৱা ছোৱালী এটি দেখা পাই তাই মাত লগালে, "ৰবিচোন শান্তি ৰবি ; মোকো লৈ যা।"

মই কলোঁ, "এতিয়া যাওঁ তেনেহলে। লগৰ লগৰী পালা যেতিয়া মোক নো আৰু কেলেই ?"



"বাৰু যকগৈ।"

ঘূৰি আহোঁতে হে মনত পৰিল ছোৱালীটিৰ নামটো সুধিবলৈ নহল। কিন্তু নামটোৰ মোৰ দৰকাৰেই বা কি ?

॥ ২ ॥

আজি যে প্ৰমোচন, কিন্তু ছোৱালীটিয়ে প্ৰমোচন পালে নে নাপালে ?

গধূলি বেলিকা ছোৱালীটিৰ ঘৰ পোৱা মাত্ৰকে দেউতাক কনকেশ্বৰ শৰ্মাই আগ বাঢ়ি আহি মাত লগালে, "আহাঁ হে আহাঁ। তোমাক আৰু দেখিবলৈকে নাই, আমাৰ এইফালে তো নাহাই। হওঁতে ময়ো তোমাৰ সেইফালে যাব পৰা নাই। কিন্তু যাওঁ নো কেনেকৈ ? দিনটো স্কুলতে যায়, তাৰ উপৰি নেদেখিছাঁ বল খেলাৰ ধুম, তাতো গৈ নেলাগিলে নহয় ; এতিয়া তুমি অহাৰ আগে আগে হে ঘৰ সোমাইছোঁহি। পুৱাটো আকৌ মোৰ নিজৰ কামতে আৱদ্ধ হৈ থাকোঁ। স্কুলীয়া কিতাপ এখন লিখিবলৈ লৈছোঁ, টেক্স্‌ট্-বুক কমিটীক খাটি-লুটি চলাই দিব পাৰিলে অলপ তেওঁ ৰক্ষা পাওঁ। দৰ্মহাটোৰে দেও খাবলৈকে নোজোৰে। আজি-কালি দেখিছোঁ পাঠ্য-পুথি লিখি তুপইচা উলিয়াব পাৰি ; উলিয়াব জনাই উলিয়াইছে। অৱশ্যে খাটনি আছে ; ভালকৈ খাটিব নোৱাৰিলে সকলো মিছা। দেশ-কালৰ গতি আৰু নেজানিছাঁই।"

কিজানি শৰ্মাই মোক বহুৱাই লৈ এনে দৰে অনৰ্গল কৈয়েই থাকিলহেতেন যদি এনেতে লেম এটা জলাই আনি তেওঁৰ লগুৱাটো কোঠাটোৰ ভিতৰ নোসোমালহেতেন। মেজত লেমটো থলত শৰ্মাই তাক সুধিলে, "এখেতক চিনি পাইছ ?" সি মূৰ জোকাৰি নাই পোৱা বুলি জনালত শৰ্মাই কলে, "এখেত মোৰ বন্ধু ; আমি তুয়ো হাই-স্কুলত একেলগে পঢ়িছিলোঁ, সি আজি ভালেমান বছৰৰ আগৰ

...। এই সিদিনা ভাওনাত কি ভাও লৈছিলি যদু? রুক্মিণী, নহয় জানো?" সি মূৰ দুপিয়াই হয় বুলি জনালে আৰু শৰ্মাই কবলৈ ধৰিলে, "এখেতে বৰ বঢ়িয়া গান গাব জানে, আৰু থিয়েটৰত যে কি সুন্দৰ ভাও দিয়ে, তই দেখা হলে কিজানি ভাত-পানীকে এৰিলিহেতেন। তুমি যে তাহানিখন এবাৰ লৰা-বজাৰ ভাও দিছিলা তেনে ভাও মই হলে সঁচাকৈয়ে তাৰ পাছত আৰু দেখাই নাই। তই ৰৈয়েই থাকিলি দেখোন যা আইদেৱেৰক কগৈ ভালকৈ চাহ এটোপা কৰিবলৈ।"

এখোজ নে দুখোজ যাওঁতেই শৰ্মাই তাক মাতিলে, "চাওঁ, শুনি যা। আইদেৱেৰক কোন আহিছে বুলি কবিগৈ? কবিগৈ অখনি মাইচেনাক যে স্কুললৈ লৈ গৈছিল তেখেত আহিছে, বুজিলি? যা এতিয়া। তুমি আজি মাইচেনাক স্কুললৈ লৈ যোৱাৰ কথা তাই মোক কলেহি নহয়। তাই আকৌ মোমায়েকৰ লগত মটৰেৰে ডিব্ৰুগড়লৈ গৈছে। যাবৰ সৰহ পৰ হোৱাই নাই। এতিয়ামানে যদি শিৱসাগৰ হে পাইছেগৈ। বুঢ়ীমাকে বোলে তাইক মাতি পঠাইছে, তাই আৰু নোযোৱাকৈ থাকিব পাৰে নে? বুঢ়ীমাকক পালে তাইক আৰু একো নেলাগে, বুঢ়ীমাকৰো সঁচা তাইতে হে ধাউতি। নগৈ কেনেকৈ থাকে? তাতে আকৌ আজি পাইছে প্ৰমোচন, আৰু পায় কোনে? পঢ়াশুনাত ছোৱালীজনী বেয়া নহয়, এইবাৰ দ্বিতীয় হৈ প্ৰমোচন পাইছে, পিছে আৰু পঢ়িব নো কিমান দিন? বামুণৰ ছোৱালী আৰু দুবছৰমানৰ পিছত বিয়া দিবৰ হবই।"

বেৰত ওলমি থকা ছবি এখনলৈ মই চোৱা দেখি তেওঁ ঘপ্ কৰে থিয় দিলে, থিয় দি কলে, "ৰবা, ইয়াৰ পৰা ছবিখন ভালকৈ দেখিছোঁ জানো? চাইছোঁ যদি ওচৰৰ পৰাই চোৱঁা, মই নমাই আনি দিওঁ। হোৱা এইখন। ছবিখন অঁাকিছে আকৌ শ্ৰীমতীয়ে অৰ্থাৎ লৰাহঁতৰ মাকে। কেনে দেখিছোঁ বাৰু? ছবিখনৰ



নাম কি দিছে জানিছোঁ নে? এইয়া চোৱঁা তলতে লিখা আছে, 'বিহু-কুঁৱৰী'। শ্ৰীমতীয়ে অঁকা ছবি আৰু কেইবাখনো আছে। তুমি বাৰু এইখন চোৱঁা, মই ভিতৰৰ পৰা ই কেইখন আনি দেখুৱাওঁ।"

এই বুলি তেওঁ ভিতৰ সোমালত হে মই ছবিখন চাবলৈ সুবিধা পালোঁ। ছবিখন মই চালোঁ—দেখিলোঁ দিপলিপ গাভৰু ছোৱালী এজনী; ছোৱালীজনীৰ এটা হাতত ওলোমাই লোৱা এটা সৰু খৰাহি। তাত হৰেক ৰকমৰ ফুল; ইটো হাতত ফুলাম গামোছা এখন নে দুখন; গাৰ চেলেং কাপোৰখনৰ এছোৱা বতাহত উৰি গৈছে আৰু গৰু পোৱালী এটাই গামোছা কেইখন আজুৰিছেহি।

চাহ আৰু তাৰ লগৰ সামগ্ৰী প্ৰায় আটাইখিনিকে শেষ কৰিলোঁ। শৰ্মাই কলেহি যে ছবি কেইখন এতিয়া দেখুৱাব পৰা নগল, বন্ধাবলৈ দিয়া হৈছে। পিছে-পৰে এদিন দেখুৱাব। মই যেন মাজে-সময়ে আহি-গৈ থাকোঁ, ইত্যাদি ইত্যাদি। তেওঁ মোক আলিবাটত আগবঢ়াই থলেহি।

॥ ৩ ॥

গলোঁ মফচললৈ। সাদিনমানৰ মূৰতে ঘূৰি আহিম বুলি ভাবি গৈছিলোঁ, পিছে চাওঁতে চাওঁতে দহ-বাৰ দিন হল গৈ, তথাপি মফচল এৰিব নোৱাৰিলোঁ। এদিন ৰাতি ইন্সপেন্ বঙলাটোৰ এমূৰে কুঠৰী এটাত হাত-ভৰি মেলি শুই আছোঁ, টোপনি হলে অহা নাই। খোলা খিৰিকীয়েদি বাগৰি আহি এসোঁতা জোনাকে ভিতৰখন টৌৱাই তুলিছেহি। এনেতে গহীন নিস্তব্ধতা ভেদি বিয়পি গল "অ কেতেকী" সুৰৰ সুৰদী ধ্বনি। সেয়া কেতেকী আহি পালেহি, বিহুলৈ তেনেহলে সৰহ দিন নাই।

ক্ষন্তেকৰ পিছতে আকৌ সেই একে অমৃতময় লহৰ, "অ

কেতেকী।” কেনি মাতে অ’? ওচৰতে মাতে দেখোন। মুধৰ আম গছজোপাৰ পৰা মতা নাই নে? এৰা মাতিছে হয়। ইমান ওচৰতে, অথচ ইমান নিলগ। কিন্তু অকল কেতেকীয়েই নহয়, দূৰত সেয়া কুলিৰো যে কু-উ-উ ধ্বনি। এনেকৈ সুৰৰ লহৰি তুলি কুলি-কেতেকীয়ে যে হেৰোৱা যৌৱন জগাই দিয়ে, সোঁৱৰাই দিয়ে অতীতৰ ৰূপ-ৰস-ৰাগৰ মধুৰ স্মৃতি আৰু প্ৰাণে প্ৰাণে বিলাই দিয়ে আবেগৰ মোহন মদিৰাৰে পূৰ্ণ প্ৰীতি-পুষ্পাঞ্জলিৰ সৌৰভ-মাধুৰী। ইয়াতেই কেতেকীৰ আনন্দ, ইয়াতেই সেই সুৰদী সুৰৰ সাৰ্থকতা।

পুৱা সাৰ পাই শুনো কেতেকীৰ সুৰ অলপ ভটীয়াই গলগৈ। দেখিলোঁ আম গছ-জোপাত ফুলি আছে কপৌ ফুল কেইপাহমান আৰু বননিত সৰি আছে চেকুৰা-চেকুৰি আমৰ মল কিছুমান। বহল পথাৰখনৰ সিফালে সেউজীয়া প্ৰকৃতিক আঁকোৱালি ধৰি নীলা আকাশ আৰু ওপৰত চকলাচকল ডাৱৰৰ উথপ্‌থপনি। কাষেদি জিৰ্‌জিৰ্‌কৈ বৈ যোৱা নৈখনৰ পাৰত পানী নিবলৈ অহা কেইজনী-মান গাভৰুৰ-হাঁহি-খিকিন্দালিৰ ৰোল আৰু সিপাৰে বিৰিণাৰ মাজে মাজে ম’হ এজাক খেদাই লৈ যোৱা গুৱাল এটাৰ পেঁপাৰ কেঁহোকলি-কেঁহোকলি মাত। নৈখনৰ বুকুত তাৰ প্ৰতিধ্বনি। সঁচাকৈয়ে বিহু আহি পালেহি।

ডায়েৰীটো মেলি চালোঁ বিহুলৈ আৰু মাজতে বাৰ দিন হে বাকী। চাপ্ৰাচীটোক মাতি আম-গছজোপাৰ পৰা কপৌ ফুল কেইপাহ পৰাই অনালোঁ আৰু মোৰ কথামতেই সি কৰবাৰ পৰা কেতেকী ফুল কেইপাহমানো বিচাৰি আনিলে। এই ফুলখিনি মাইচেনাই পালে কিমান ৰং পাব চাগৈ; মাইচেনাক ফুলখিনি দি ময়ে যে কিমান ৰং পাম! চাপ্ৰাচীটোৰ হতুৱাই মই গুৱাল এটাক মতাই আনি কলোঁ বিহুৰ কাৰণে যেন চাৰি-পাঁচ ঘটমান খুব ভাল দৈ গাখীৰ পঠাই দিয়ে। সি কোৱা মাত্ৰকে ৰাজী হলেই। বিহুৰ-দিনা শৰ্মা আৰু মাইচেনাক কেনেকৈ আদৰ-অভ্যৰ্থনা কৰিম,



তেওঁলোকক কি খুৱাম কি নুখুৱাম তাকে ভাবিবলৈ ধৰিলোঁ। সেই দিনাই আবেলি মফচল এৰি ঘৰ পালোঁহি।

ঘৰত থৈ যোৱা বুঢ়া লগুৱাটোক সুধিলোঁ, “মই ঘৰত নথকাত মোক কোনোবাই বিচাৰিছিল নে কি অ’?”

“কালি মানুহ এজনে বিচাৰিছিল হওঁতে।”

“কোনে?”

“চিনিব নোৱাৰিলোঁ দেউতা, লগতে ছোৱালী এজনী আহিছিল।”

মই যেন উচাপ্‌ খোৱাদি খালোঁ, কলোঁ, “ছোৱালী আহিছিল? কিমান জনী?”

“হব ন বছৰমান।”

মই আৰু উৎকণ্ঠিত হৈ সুধিলোঁ, “ছোৱালীজনীৰ চুলিবিলাক গলধনতে কটা হয় নে? মুখখন ঘূৰণীয়া বগাকৈ, নাকটো দীঘল জোঙাকৈ?”

“মই সিমান কেলেই মন কৰিছোঁ দেউতা?”

“কৰ মানুহ কি কথা তই নুসুধিলি কেলেই?

“সুধিছিলোঁ, একো নকলে।”

“একো নকলে? মোক আহিলে যাবলৈকো কৈ যোৱা নাই নে?”

“নাই কোৱা। চিঠি এখন হে লিখি গৈছে।”

“তাকে নকৰ কিয়? চিঠিখন ইমান পৰেও দিয়া নাই কেলেই? চাওঁ চিঠিখন আন।”

চিঠিখন পঢ়িলোঁ। শৰ্মা হঠাতে নগাৱঁলৈ বদলি হোৱাত মাইচেনাক লগত লৈ মোক যোৱাৰ আগতে মাত লগাবলৈ আহিছিল। মোৰ ওচৰলৈ অহাৰ দিনাই আবেলি তেওঁলোক যে নগাৱঁলৈ ৰাওনা হল সেই সমিধানো চিঠিখনেই দিলে।

দুৰ্গা পূজাৰ বন্ধ আৰম্ভ হৈছে মাথোন। নগাৱঁলৈ যাবলৈ মই আগৰে পৰা সকলো ঠিক কৰিয়েই থৈছোঁ। ৰেলত উঠিব লাগে

আৰু যাব লাগে।

তুৰাৰমুখত মটৰৰ ঘৰঘৰানি শুনি ওলাই দেখিলোঁ শইকীয়াৰ মটৰ আৰু তাত শইকীয়া স্বয়ং। তেওঁ মটৰৰ পৰা জাপ মাৰিয়েই মাত লগালে, "বলা বাগিচালৈ।" মই কলোঁ, "বৰ লৰালৰি দেখোন, কথাটো কি?"

"কথাটো কি? পূজাৰ কাৰণে মণিপুৰী নাচ এযোৰা অনাইছোঁ; আজি ৰাতিকৈ নাচ। ওলোৱাঁ এতিয়া।"

"মাফ কৰিবা ভাই; মই যাব নোৱাৰিম। তোমালোকেই চোৱাঁগৈ। বৰুৱা আৰু হাজৰিকা নেযাব জানো?"

এই উত্তৰলৈ যে শইকীয়া অলপো প্ৰস্তুত নাছিল তেওঁৰ মুখলৈ চায়েই বুজিলোঁ। শইকীয়াই কলে, "তেওঁলোক তো যাবই, কিন্তু তুমি নো যাব নোৱাৰিবা কেলেই?" তোমাৰ কথা মতেই এইবাৰ বঙালী নাচ নানি মণিপুৰী নাচ অনাইছোঁ। তুমি নগলে নহৈছে।"

"মোৰ কথা মতেই মণিপুৰী নাচ অনোৱা বাবে তোমাক এশবাৰ ধন্যবাদ, হেজাৰ বাৰ ধন্যবাদ। কিন্তু তথাপি মই যাব নোৱাৰিম।"

"তুমি নগলে নহৈছে। তুমি যাবই লাগিব, বুজিছা।"

"মই কোনো মতেই যাব নোৱাৰিম। বিশেষ সকামত মই আজি গুৱাহাটীৰ ফালে যাবলৈ ওলাইছোঁ। পৰা হলে তোমাৰ অনুৰোধ নিশ্চয় ৰক্ষা কৰিলোঁহেতেন।"

"বিশেষ সকাম নো কি ভাঙিয়েই কোৱাঁচোন। প্ৰকৃত কথা জানিলে তোমাক ৰেহাইকে দিওঁ কি জানি।"

মই যে মাইচেনাক চাবলৈ নগাৱঁলৈ যাবলৈ ওলাইছোঁ সেই কথা কলে শইকীয়াই এৰি দিয়াৰ আশা সমূলঞে নাই। সেইদেখি সেই কথা গোপন কৰি তেওঁক কলোঁ যে বাইদেৱে বৰকৈ মাতি পঠাইছে, গুৱাহাটীলৈ যাব খুজিছোঁ বাইদেৱে চিঠিৰ উপৰি চিঠি লিখিছে, নগলেই নহয়। শইকীয়াৰ মুখলৈ চাই যি বুজিলোঁ তাৰ পৰা তেওঁৰ মন অলপ কুমলিছে বুলিয়েই অনুমান হল।



অলপ পৰ টলকা মাৰি থাকি শইকীয়াই কলে, "যাবা তেনেহলে গুৱাহাটীলৈকে। এতিয়া মোৰ লগতে ওলোৱা, মই বাগিচাৰ পৰাই তোমাক ষ্টেছনত থোৱাই দিম। ৰেল যাব আবেলি তিনি বজাত হে।"

মই সন্মত হলোঁ। মৰিয়নী ষ্টেছন পায়েই শইকীয়াই মটৰখন ৰখালে আৰু শইকীয়াৰ উদ্দেশ্য বুজিবলৈ সৰহ পৰ নালাগিল। তেওঁ কলে, হুয়ো ৰিফ্ৰেছমেণ্ট্ ৰুমলৈ সোমাই গলোঁ। "গাটো অলপ ৰঞ্জিত কৰি নোলোৱাঁ জানো?" মই উত্তৰ দিলোঁ, "পৰৰ পালে জ্বৰৰ গাৰে খায় বুলি বুঢ়ালোকে কৈয়েই গৈছে, মোৰ নো কি আপত্তি থাকিব পাৰে?"

বেহেৰাই হুকুম তামিল কৰিলে আৰু আমাৰ কাৰ্য্যদক্ষতাৰ গুণত অলপ পৰৰ পাছতে খালী গিলাচ সি মেজৰ পৰা আঁতৰাই নিলে। আমাৰ তেতিয়া খোচ মেজাজ, প্ৰফুল্ল মন।

এনেতে বাহিৰত শুনা গল ৰেলৰ উকি। শইকীয়াই কলে, সেয়া উজনিমুৱা ৰেল পালেহি। বলাঁচোন চাই আহোঁ চিনাকি মানুহ কাৰোবাক লগ পাওঁৱেই কি জানি।" মই তেওঁকেই চাই আহিবলৈ কলোঁ, আৰু তেওঁ চিগাৰেটৰ ধোঁৱা এমোকোৰা মোৰ মুখলৈ উৰাই দি কোঠাটোৰ বাজ হল।

অলপ বেলিৰ পাছত শইকীয়াই মোক কলেহি, "শৰ্মা, আমাৰ কনকেশ্বৰ শৰ্মা ডিব্ৰুগড়লৈ গৈছে সপৰিয়ালে; তোমাক মাতিছে, লগ পাব লাগে হেনো; আহাঁ ৰেল এতিয়া এৰিবই।"

আগৰ গাৰী এখনৰ তুৱাৰমুখত সৰ্মাক থিয় দি ৰৈ থকা দেখিলোঁ। আমি হুয়ো বেগাবেগিকৈ গলোঁ, কেইখনমান গাৰী পাৰ হৈ দেখিলোঁ শৰ্মাৰ সিফালে এখন খিৰীকিয়েদি মুখ উলিয়াই মাইচেনা, মোৰ অকনো ভুল হোৱা নাই। কিন্তু মই মাইচেনাৰ ফালে যিমানেই আগ বাঢ়িছোঁ মাইচেনা মোৰ পৰা সিমানেই দূৰ হৈ গৈছে দেখোন। শইকীয়াই মোক ঘোকোটা মাৰি দিলে, কলে, "দেখা নাই নে ৰেল

এৰি দিলেই, আকৌ লৰিছাঁ কেলেই ?”

পূজাৰ কেইদিন শইকীয়াৰ বাগিচাতে মনিপুৰী নাচ চাই একৰকম কটাই দিয়া গল।

আকৌ কুলি-কেতেকীৰ সুৰে বসুধা জিনিলে। কিবা এটা আপুৰুগীয়া স্নিগ্ধতাই পুৰণি পৃথিৱীখন নতুন কৰি তুলিলেহি।

নগাৱলৈ বদলি হোৱাত যে মোৰ কিমান ৰং! শৰ্মালৈ মই টেলিগ্ৰাম কৰিছিলোঁ, তেওঁ মোক ষ্টৈছনৰপৰা আগবঢ়াই নিলেহি। কুঠৰী এটাত মোৰ মাল-বস্তুখিনি থোৱালেগৈ। আন এটা কুঠৰীত শুনিলোঁ কোমল কণ্ঠৰ গানৰ সুৰ। নিশ্চয় সেয়া গান গাইছে মাইচেনাই। এই সময়ত নো ইয়াত আনে গান গাব কোনে ?

শৰ্মাই কলে, “কিনো কবা দেও হে, আজি আকৌ মহিলা সমিতিৰ অধিবেশন, আৰু শ্ৰীমতী হৈছে সমিতীৰ এগৰাকী প্ৰধান কৰ্মী। তালৈকে গানৰ আখৰা চলিছে, আমাৰ ওচৰৰে ছোৱালী এজনীয়ে গাইছে, শ্ৰীমতীয়ে গোৱাইছে। পিছে বৰ সুবিধা হে হোৱা নাই হবলা। সিবাৰ আমাৰ মাইচেনাই হওঁতে বেয়া গোৱা নাছিল, পিছে তাই আকৌ এই বাৰ নাই। এতিয়া তাই ডিব্ৰুগড়ত হে আছেগৈ। তাতে নাম লগাই পঢ়িছে। তুমি ভাত-পানী খাই এবাৰমান গোৱাই চাবাচোন অলপ উন্নতি হয়েই কিজানি। এতিয়া ৰৈ থাকিলে নহব, বেলি বহুত হৈছে, আজি দেওবাৰ দেখি হে গাত লগা নাই।”

মুখামুখিকৈ দুয়ো বহি ভাত খাই থাকোঁতে শৰ্মাই মাত লগালে, “তুমি দেখোন আলহীক ভাতৰ পাতত বহুৱাই ৰান্ধনি-ঘৰৰ পৰা নোলোৱাই হলা ? চলিহাৰ আগত নো ইমান লাজ কৰিছা কেলেই, ওলাই অহাঁ। ইমান লুকাব নেলাগেচোন।”

ভিতৰৰ পৰা সমিধান আহিল,“আপুনি আৰু কথাবোৰ কয় ! মই নো ক’ত লুকাইছোঁহি ? দৈ অলপ নিবলৈ আহিছোঁ, যাওঁ দিওঁগৈ।”



কথাখিনিও শেষ হল আৰু লগে লগে মিচেচ্ শৰ্মাই দুবাটি দৈ আমি আমাক দিলেহি। শৰ্মাই কলে, “লৰ নেমাৰিবা আকৌ, ইয়াতে থাকা।”

মিচেচ্ শৰ্মাই টপৰাই উত্তৰ দিলে, “আদেশ শিৰোধাৰ্য্য।”

ইমান পৰ মুকলি মনেৰেই মই ভাত খাইছিলোঁ, কিন্তু মিচেচ্ শৰ্মাৰ আগত মই যেন অলপ সঙ্কুচিত হৈ পৰিলোঁ। শৰ্মাই মোক উদ্দেশ্য কৰি কলে, “তুমি দেখোন চেলেং-পেটেংখন কৰিছা ; ৰন্ধা-বঢ়া ভাল লগা নাই হবলা ?”

চাকৰৰ ৰন্ধা খাওঁতেই মোৰ জীৱনৰ এছোৱা গৈছে বুলিব লাগে, এতিয়া অসমীয়া তিৰোতাৰ হাতৰ ৰন্ধা খাই মই যে পৰম তৃপ্তি পাইছিলোঁ তাক কোৱা বাহুল্য মাথোন। মই উত্তৰ দিলোঁ, “তোমাৰ যদি ভাল লগা নাই। কব নোৱাৰোঁ, সদায় খাই থাকিলে হওঁতে অমৃতেও আমুৱায়, মোৰ হলে বৰ ভাল লাগিছে। টেঙা আঞ্জাখন যে বৰ চমৎকাৰ হৈছে, মোক আৰু অলপমান লাগে হে।”

মিচেচ্ শৰ্মা ৰান্ধনি ঘৰলৈ যাব খোজোঁতেই শৰ্মাই মাত লগালে, “আলহীৰ লগতে আমাকো অলপ কৃপা কৰিবলৈ আকৌ নেপাহৰিবা।”

দুয়ো তামোলৰ সেলেঙী লগাই চকী দুখনত গৈ বহিলোঁ। শৰ্মাই কলে, “মই আকৌ তোমাৰ আগত শ্ৰীমতী নোলাব বুলি ভয় হে কৰিছিলোঁ, পিছে কোৱা মাত্ৰেই ওলাল, একো আপত্তি নুলিয়ালে। আপত্তি উলিয়াবলৈ নো আছে কিটো ? তোমাৰ আগতে নোলাব যদি আৰু ওলাব কাৰ আগত ? আমাৰ আকৌ বহুতে দেও ঘৈণীয়েকজনীক বন্ধু-বান্ধৱৰ আগলৈ নুলিয়ায়। এনে দুই-এজনৰ কথাও মই জানো যি হয়তো চাহাবৰ বঙলালৈকে ঘৈণীয়েকজনীক নি চাহাবৰ লগত চিনা-পৰিচয় কৰি দিবলৈকো আপত্তি নকৰে, অথচ তেনে লোকেই নিজৰ বন্ধু-বান্ধৱৰ আগত ঘৈণীয়েকজনীক ওলাবলৈকে নিদিয়ে। এনে মানুহলৈ মোৰ হলে

সঁচাকৈ ঘিণ হে লাগে। তুমি কি কোৱা ?"

কিন্তু মোৰ উত্তৰ শুনিবলৈ শৰ্মাৰ আৰু অৱসৰ নহল। চাকৰ লৰাটোৱে শৰ্মাক কলেহি যে আইদেৱেক মহিলা সমিতিলৈ যাবলৈ ওলাইছে, তেওঁক এবাৰ ভিতৰলৈ মাতিছে। সি কোৱা মাত্ৰকে তেওঁ বহি থকাৰ পৰা গিৰিস কৰে উঠিল আৰু মোক অলপ বিশ্ৰাম কৰিবলৈ কৈ কুঠৰীটোৰ পৰা ওলাই গল।

মই বিশ্ৰাম কৰিম কি ? মাইচেনা নথকা ঘৰত মোৰ কাৰণে তো একো সুখ নাই। পিছ দিনাই ভেৰোণীয়া ঘৰ এটালৈ মই গুচি আহিলোঁ। শৰ্মাই মোক দুদিনমান থাকিবলৈ কৈছিল, মই ঘপ্ কৰে গুচি অহাত তেওঁ কিজানি অলও বেয়াকে পালে।

কিমান আশা কৰিছিলোঁ এই বাৰ মাইচেনাক লগ পাম বুলি, কিন্তু আশা মোৰ পূৰণ নহল। মাইচেনাক মই দেখাকে নাপালোঁ। সঁচাকৈয়ে মই বৰ দুৰ্কপলীয়া। কিন্তু মাইচেনাক দেখা পাবলৈ মোৰ যে ইমান ধাউতি, মোৰ যে ইমান হেঁপাহ, মাইচেনা মোৰ কোন ? মাইচেনা তো মোৰ একো নহয়, তেনেহলে এই মমতা কেলেই ?

সংসাৰ এদিন মোৰ পৰম সুখৰ আছিল, এতিয়া আৰু নাই। মনৰ আনন্দৰেই হওঁতে একৰকম আছোঁ, মনৰ আনন্দৰেই হাঁহিছোঁ, মাতিছোঁ আৰু ফুৰিছোঁ-চাকিছোঁ, যেতিয়া যি কৰিব লাগে সকলো কৰিছোঁ ; কিন্তু বাহিৰৰ এই আনন্দই অন্তৰৰ বিপুল বেদনাৰাশি যদি এধানমানো লাঘৱ কৰিব পাৰিলেহেঁতেন ! মোৰ গোটেই অন্তৰ ভেদি যি হাহাকাৰ ধ্বনি উঠিছে তাক আনে বুজিব কেনেকৈ ? আনে জানিব কেনেকৈ যে এই জনপূৰ্ণ সংসাৰখন মোৰ কাৰণে একেবাৰে নিৰ্জন, মোৰ কাৰণে এক বিৰাট শূন্য মাথোন।

আপোন বুলিবলৈ মোৰ তো এই জগতত আজি কোনো নাই। এদিন কিন্তু আছিল, মোৰো এদিন বৰ আপোন মানুহ আছিল ; এদিন ময়ো আপোন কথাষাৰৰ অৰ্থ বৰ বঢ়িয়াকৈ হৃদয়ঙ্গম কৰিব পাৰিছিলোঁ আৰু ভাবিছিলোঁ যে জীৱনটো মোৰ মাধুৰীৰেই



ভৰপূৰ। তেতিয়া বিজুলীৰ চমকনিয়ে হৃদয়ত তোলপাৰ লগাই দিছিল, তেতিয়া বাৰিষাৰ ব্ৰহ্মপুত্ৰৰ বহল বুকুত মাথোন দেখিছিলোঁ যৌৱনৰ উদ্দাম হেন্দোলনি আৰু জাকি-মৰা পখিলাৰ বিচিত্ৰ নাচোনত কেৱল মাথোন পাইছিলোঁ আবেগৰ উত্ৰাৱল ভঙ্গী। কিন্তু সেই দিন আৰু এই দিন। পূৰ্ণিমাৰ জোনাকৰ ঠাইত আমাবস্যাৰ ঘোৰ অন্ধকাৰ।

সঁচাকৈয়ে মাইচেনা মোৰ কোন ? মোৰ অমিয়া থকা হলে ইমান দিনে মাইচেনাৰ সমানেই হলহেতেন। মাতৃহীনা সৰু ছোৱালীকনি, কিমান যত্নেৰে যে তাইক চাৰি বছৰীয়াটি কৰিছিলোঁ। তাইৰ মাতত উপচি পৰিছিল সঙ্গীতৰ মধুৰ ঝঙ্কাৰ আৰু হাঁহিত উচলি উঠিছিল বামধেনুৰ জেউতিকো জিনি সৌন্দৰ্য্যৰ দীপ্তিমন্ত ছবি। কিন্তু মাকৰ দৰেই অমিয়ায়ো মোক ফাঁকি দিলে, মোৰ ইমান ভালপোৱা উপেক্ষা কৰি তাই এদিন হঠাতে অদৃশ্য হল। মোক ইয়াতে এৰি থৈ তাই নেদেখা ঠাইলৈ গুচি গলগৈ।

আজি যে মই তেনেই অকলশৰীয়া। মই যি নিঠকুৱা সেই নিঠকুৱাই, মাজতে আকৌ এইবোৰ সপোন দেখোঁ কিয় ? অমিয়াৰ ঠাই মাইচেনাই পূৰাব কেনেকৈ ? সি যে অসম্ভৱ, একেবাৰে অসম্ভৱ। নাই, মাইচেনাৰ চিন্তা মনৰ পৰা বিসৰ্জ্জন নিদিলে আৰু নহয়। বিসৰ্জ্জন দিবই লাগিব, বিসৰ্জ্জন দিমেই।

॥ ৭ ॥

বেমাৰ পৰি কিছুমান দিন চিকিৎসাৰ কাৰণে কলিকতাত আছিলোঁগৈ। ছুটীৰ অন্ত পৰাত আৰু বেমাৰো ভাল হোৱাত কামত ভৰ্ত্তি হবলৈকে থিৰ কৰি কলিকতা এৰি নগাওঁমুৱা হলোঁ।

আগতে যোৱাৰ বাতৰি শৰ্মালৈ পঠাইছিলোঁ, আৰু মই থকা ঘৰটো অলপ চাফ-চিকুণকৈ ৰখাবলৈকো তেওঁক খাটনি ধৰিছিলোঁ।

পিছে তেওঁলৈ চিঠি দিয়া-নিদিয়া সমান হল, তেওঁ ঘৰটোলৈ যে একো কাণষাৰ নকৰিলেই, মই নো আহিলোঁ নে নাই তাৰো একো খবৰ নললে। মনত অলপ বেয়া লাগিল, ভাবিলোঁ ময়ো তেওঁৰ খবৰ নকৰোঁগৈ। গোটেই আবেলিটো কলৈকো ওলাবলৈ নহল।

গধূলি বজাৰৰ পৰা আহি চাপ্ৰাচীটোৱে কলে বোলে শৰ্মাৰ ঘৰত কাৰোবাৰ বৰ টান নৰিয়া। মই আচৰিত হলো আৰু শৰ্মাই মোলৈ আওকাণ কৰাৰ কাৰণ তেতিয়া হে বুজিলোঁ। চাপ্ৰাচীটোক সুধিলোঁ, "শৰ্মাৰ ঘৰত নৰিয়া বুলি তোক কলে কোনে?"

"তেখেতৰ চাকৰটোক বাটতে লগ পাইছিলোঁ, সিয়েই কলে।"

"কাৰ নৰিয়া বুলি কৈছিল?"

"সেইষাৰ হে ভালকৈ নুশুনিলোঁ। মই আকৌ তাক সুধিছিলোঁ, পিছে সি চাইকেল মাৰি কোনোবাথিনি পালেগৈ।"

তেতিয়াই মই শৰ্মাৰ ঘৰলৈ খোজ ললোঁ। বাটতে গম পালোঁ যে মাইচেনাৰ নৰিয়া, পূজাৰ বন্ধত নগাৱঁলৈ আহোঁতে টাইফয়েদে পালে, ডাক্তৰে বোলে আশা নাই বুলিয়েই কৈছে, আজি ৰাতিয়েই বোলে কি হয় ঠিক নাই।

ঘৰৰ ওচৰ পাওঁতেই শুনিলোঁ কান্দোনৰ ৰোল। মই মাথোন মাইচেনাৰ প্ৰাণহীন দেহটো হে দেখিলোঁগৈ। মনত পৰিল মাইচেনাই কোৱা এষাৰ কথা, "আজি যে প্ৰমোচন!"

১৯৩৫



## আপোন মানুহ

॥ ১ ॥

পূজাৰ বন্ধত কিৰণৰ কথা পেলাব নোৱাৰি পবিত্ৰ গুৱাহাটীত নামি তেওঁৰ আলহী হলহি। কলিকতাৰ পৰা দুয়ো একেলগেই আহিছিল। কিৰণৰ দেউতাক অৱসৰপ্ৰাপ্ত হাকিম। লোকে দেখাত তেওঁৰ দুখৰ কাৰণ নাই। কিন্তু তেওঁৰ নিজৰ হলে এক প্ৰধান আফ্‌চোচ এই যে তেওঁ এতিয়ালৈকে ৰায় বাহাদুৰ হব নোৱাৰিলে। তথাপি তেওঁ আশা এৰা নাই।

অনেক কথাৰ পিছত তেওঁ পবিত্ৰক কলে, "তোমাৰ দেউতাৰৰ লগত মোৰ বৰ ভালেই আছিল। গোলাঘাটত মই একে লেথাৰিয়ে পাঁচ বছৰ আছিলোঁ; তাৰ পৰা গুৱালপাৰালৈ বদলি হওঁ আৰু তাত থাকোঁতেই পেঞ্চন লওঁ।"

পবিত্ৰই কলে, "আপুনি পেঞ্চন লোৱাৰ কিছুদিনৰ পিছতে কলিকতাত যে ঘৰভাৰা কৰি আছিলগৈ তাক তো মই কবই পাৰোঁ। তেতিয়া মই কিৰণৰ লগতে দ্বিতীয় বাৰ্ষিকত পঢ়িছিলোঁ।"

"এতিয়া তুমি এম-এ পঢ়িছাঁ নহয় নে? পৰীক্ষা হবলা অহা বাৰলৈ দিবা?"

"হয় অহা বাৰলৈ দিম।"

এনেতে দুপ্‌দুপ্‌কৈ লৰি আহি তপনে কলে, "পবিত্ৰ দাদা তোমাৰ বেহেলাখন এতিয়া বাইদেৱে বেয়া কৰিব।"

"কেলেই কৰিব? নকৰে।"

"কৰিব আকৌ! মই বাইদেউক থৈ দিবলৈ কলোঁ, বাইদেৱে নথলে। বাইদেৱে বোলে বেহেলাখন লৈ থব; তোমাক আৰু নিদিয়ে।"

"ললে লব।"

"কেলেই লব বাইদেৱে? বাইদেউৰ এখন আছে নহয়, মোৰ হে নাই। তুমি বাইদেউক নিদিবা দেই, মোক দিবা।"

"তুমি বাৰু ডাঙৰ হোৱাঁ, তেতিয়া দিম।"

"ডাঙৰ হলে মই নিজেই লব পাৰিম।"

"কেনেকৈ নো ডাঙৰ হলে লবা? টকা পাবা কৰ পৰা?"

"টকা মই ঘটিম। তেতিয়া আপোনাকো মই বেহেলা এখন কিনি দিম। এতিয়া আপোনাৰখন মই লওঁগে দেই। আপুনি দিছে নহয়, আপুনি দিছে বুলি মই বাইদেউক কওঁগে।"

পবিত্ৰই একো কবলৈ নৌ-পাওঁতেই তপনে ঢাপলি মেলিলে। কিৰণৰ দেউতাকে পবিত্ৰক কলে, "তুমিও যোৱাঁ নহলে যি উৎপাত লগাবগৈ।"

॥ ২ ॥

কামিজটো পিন্ধিব খুজি পবিত্ৰই দেখিলে চাৰিটা বুটামৰ দুটা নাই, এটাৰ এডোখৰ ভাগি আছে, ইটো হে মাথোন ঠিক হৈ লাগি আছে। ডিঙিৰ বুটামটো খুলি ৰখাই যদিও ফেছন তথাপি বুটামটো তাত লাগি থাকিব লাগে, নহলে ফেছন ঠিক নহয়। ময়লা কামিজ এটাৰ পৰাই পবিত্ৰই বুটাম তিনিটা একৰাই ললে। কিন্তু এতিয়া লগায় কেনেকৈ? তেওঁৰ লগত তো বেজী-সূতা নাই। কিৰণক পবিত্ৰই কলে, "বেজী-সূতা অনাই দেচোন, বুটাম কেইটা মই লগাই লওঁ।"

কিৰণে মাতিলে, "সুধা, এই পিনে আহচোন।"

পখিলাটিৰ দৰে উৰি লাহী গাৰে নিমজ ছোৱালী এজনী সোমাই আহি কিৰণক কলে, "কেলেই মাতিছিলা ককাইদেউ?"



পবিত্ৰলৈ আঙুলিয়াই কিৰণে কলে, "মই মতা নাই, সিহে মাতিছে।"

পবিত্ৰই কলে, "বেজী-সূতা অলপ দিয়াচোন কামিজটোত বুটাম কেইটা লগাওঁ।"

সুধাই কলে, "দিয়ক কামিজটো মোকে, মই লগাই আনোগে।"

কিৰণে মাত লগালে, "পবিত্ৰলৈ বৰ মৰম দেখোন।"

পবিত্ৰই কলে, "মৰম নহয় অনুগ্ৰহ। কিন্তু তুমি লগাব পাৰিবা জানো? বেজীয়ে যদি আঙুলি ফুটাই আৰু যদি তেজ ওলায়?"

সুধাই চকু দুটা ঘোপা কৰি মাত লগালে, "ঠাট্টা নকৰিব যক। আপুনি আৰু ঠাট্টা হে জানে।"

"আও, খঙেই উঠিল; কামুৰি দিবা নে কি আকৌ?"

কথাষাৰ "কৈয়েই পবিত্ৰ থমকি ৰল। পবিত্ৰৰ মনত হল কথাষাৰ নোকোৱা হলেই কিজানি ভাল আছিল। সুধাৰ গালত লাজুকী আভা বিৰিঙি উঠিল আৰু সাত বছৰমান আগৰ কথা এটা চাঁৎ কৰে মনত পৰি গল।

কিৰণৰ দেউতাক গোলাঘাটত থাকোঁতে কিৰণৰ লগত পবিত্ৰৰ চিনাকি হয় আৰু সেয়ে ক্ৰমাৎ বন্ধুত্বত পৰিণত হয়। দুয়ো একে শ্ৰেণীৰ ছাত্ৰ আৰু স্কুল ছুটী হোৱাৰ পিছত কিৰণহঁতৰ ঘৰতে পবিত্ৰই ভালেখিনি সময় কটায়। কোনো কোনো দিনা কিৰণে স্কুলৰ পৰা পোনে পোনে পবিত্ৰক তেওঁলোকৰ ঘৰলৈ লৈ যায়।

তেতিয়া সুধাৰ বয়স প্ৰায় দহ বছৰ। কিৰণ আৰু পবিত্ৰৰ লগে লগে সুধা ফুৰে, তেওঁলোকৰ লগত ৰং-ধেমালি কৰে, তেওঁলোকক মৰমো কৰে, আমনিও দিয়ে। দুৱাৰৰ সিফলে লুকাই থাকি সুধাই পবিত্ৰক ভয় খুৱায় আৰু পবিত্ৰই ধৰিবলৈ নৌ পাওঁতেই লৰ মাৰি ৰান্ধনি ঘৰ পায়গৈ। পাছ ফালৰ বগৰি জোপাৰ পৰা কিৰণ আৰু পবিত্ৰই বগৰি পাৰি আনে, সুধাই ভিতৰৰ পৰা নিমখ আনেগৈ, তিনিও বৰ তৃপ্তিৰে খায়।

এদিন মাৰ্বোল খেলি থাকোঁতে পবিত্ৰই সুধাৰ মাৰ্বোল এটা মুঠি মাৰি লৈ নিদিয়া হল। একোপধ্যে হাতৰ মুঠিটো মেলিব নোৱাৰি সুধাই পৱিত্ৰৰ হাতৰ ঠাৰিতে কামোৰ শোধাই দিলে আৰু সৰিপৰা মাৰ্বোলটো লৈ কোনোবাখিনি পালেগৈ।

|| ৩ ||

দেউতাকে কিবা কামত কিৰণক উত্তৰ গুৱাহাটীলৈ পঠালে। কিৰণ গলত পবিত্ৰই অকলশৰীয়া হবলৈ পাই ভালকে পালে। তেওঁক যে অকলশৰে কিছু সময় থাকিবলৈ লাগে। মনত খুতুৰনি লাগি থকা কিছুমান কথা তেওঁ পাৰিলে সমাধান কৰি লব খোজে। চিগাৰেট এটা জলাই লৈ তেওঁ নিজৰ চিন্তাত লাগিল। আগ দিনা ৰাতি এনে চিন্তাত পৰিয়েই তেওঁৰ ভালেখিনি পৰলৈকে টোপনি অহা নাছিল। আবেলি কিৰণৰ লগত চাহ খাই থাকোঁতে সুধাই বাৰু তুৱাৰখনৰ কাষৰ পৰা তেওঁলৈ একেথৰে তেনেকৈ চাই আছিল কিয়? এনেয়েই যদি চাই আছিল, তেনেহলে কিৰণ উঠি ভিতৰলৈ যাব খোজোঁতেই সাউৎ কৰে কিৰণে দেখাৰ আগতে আঁতৰি গল কিয়? একোৰেই যদি মনত নাছিল, তেনেহলে তেওঁলোকে চাহ খোৱালৈকে নাহিল কিয়? কিৰণে নজনাকৈ আৰু কিৰণে নেদেখাকৈ তেনেকৈ সুধাই চাই আছিল কিয়?

পবিত্ৰই আকৌ ভাবিলে, পুৱা তপনৰ লগত তেওঁ পদুলি-মুখত বৈ থাকোঁতে সুধাই তেওঁলোকলৈ বাৰে বাৰে চাই ইমানকৈ ওলাইছিল সোমাইছিল কিয়? পানী এগিলাচ আনি তাৰে অলপমান খাই বাকীখিনি পেলাওঁতে তেওঁলৈ চাই চাই ইমান বেলি কৰিছিল কিয়? ই কেতিয়াও অৰ্থহীন হব নোৱাৰে কিন্তু একেবাৰে নিসন্দেহ হোৱা আৱশ্যক। লগতে তপনক লৈ সুধা সোমাই আহিল আৰু পবিত্ৰক কলে, "আপুনি দেখোন শুই আছে; মই ককাইদেউৰ



লগত গল বুলি হে ভাবিছিলোঁ।"

পবিত্ৰই মুখ ঘূৰাই চালে, কিন্তু একো কবলৈ নৌ-পাওঁতেই তপনে মাত লগালে, "কেলেই বাইদেউ, তই দেখোন কবই পাৰ। পাবিত্ৰ দাদা নেযায় বুলি ককাইদেৱে তোক কৈ যোৱা নাই?"

গোঙোৰাকৈ সুধাই কলে, "কেতিয়া কলে অ'? কলে যদিও মই নুশুনিলোঁ।"

"নুশুনিবি নো কেলেই? ককাইদেউ গলত তয়ে তো মোক কলি পবিত্ৰ দাদাই কি কৰিছে চাই আহোঁগৈ বল।"

"তই চাবলৈ আহিছ তাক নকৰ, মোৰ কথা কৈছ। ইয়াৰ নিচিনা এটা নাই। মই যাওঁগৈ।"

পবিত্ৰই আৰু নামাতি থাকিব নোৱাৰিলে, কলে, "যোৱাঁগৈ, তোমাক নো কোনে ধৰি ৰাখিছে?"

দোখোজমান আহি সুধাই মেজখনৰ ফালে চাই নিজে নিজেই কলে, "মেজখন ঠিক কৰি থৈ যাওঁ, নহলে আকৌ ককাইদেৱে ডাবি দিব, এনে লেতেৰা মানুহ দেখা নাই দেও। মেজখনত নো নাই কি?"

সুধাই মেজখন ঠিক কৰিবলৈ ধৰিলে। তাত থকা বস্তুখিনি ভাগে ভাগে সুধাই থবলৈ ধৰিলে—একেটা বস্তুকে এবাৰ ইঠাইত এবাৰ সিঠাইত থৈ সময় নিয়াবলৈ ধৰিলে।

পবিত্ৰই মাত লগালে, "মই কাইলৈ যাম।"

শুনিলে যদিও সুধাই নুশুনাৰ ভাও ধৰি থাকিল। তপনে মাত লগালে, "তোমাৰ লগত মটৰত উঠি মই ষ্টেছনলৈ যাম দেই পবিত্ৰ দাদা। বাইদেউ তয়ো ওলাবি দেই, আহোঁতে আমি গোসাঁনী চাই আহিম।"

সুধাই কলে, "কেলেই যাব অ'? নেযায় কাইলৈ?"

পবিত্ৰই কলে, "কেলেই নেযাম? যাম।"

এপিনে চিৎ খাই ওলমি থকা কামিজটো আলনাডালত ঠিক

কৰি থৈ সুধাই কলে, "বাৰু যায় নে নেযায় চাম ; মই কৈছোঁ নেযায়।"

পবিত্ৰই একো নামাতিলে, মাথোন সুধাৰ মুখলৈ বৰ আগ্ৰহেৰে চালে আৰু মনত এক অপূৰ্ব আনন্দ অনুভৱ কৰিলে।

॥ ৪ ॥

পবিত্ৰই ভাবিছিল কিৰণে তেওঁক আৰু এদিন বা দুদিন থাকিবলৈ কব আৰু কলেই তেওঁৰ থাকিবলৈ চল ওলাব। কিন্তু কিৰণে তেওঁক একো নকলে।

তাৰ বাবে পবিত্ৰয়েই জগৰীয়া। আগতেই যে তেওঁ তাৰ বাট বন্ধ কৰিলে। কলিকতাতে তেওঁ কিৰণক সন্মত কৰাই ললে যে তেওঁ কিৰণহঁতৰ ঘৰত লেখি লেখি পাঁচ দিন থাকিব, তাৰ বেছি এদিনো নাথাকে ; কাৰণ, তেওঁ অষ্টমীৰ দিনা গোলাঘাট নাপালেগৈয়ে নহয়। সেই দিনা থিয়েটৰত তেওঁ ভাও দিবগৈ লাগিব। কলিকতালৈকে তেওঁৰ বচনখিনি পঠাই দিয়াৰ কথা কিৰণে জানেই। কিন্তু গুৱাহাটীত এতিয়া এনে হব বুলি পবিত্ৰই অকণো ভবা নাছিল। তাহানিখনৰ সেই এধানমানি ছোৱালীজনী যে ইমান যাদুকৰী হৈ উঠিব তাক তেওঁৰ মনত খেলোৱাই নাছিল। পিছে এতিয়া থকা যায় কেনেকৈ ?

গাটো বেয়া লাগিছে বুলি তেওঁ শুই থাকিব নে কি ? কি হৈছে বুলি নো কব ? জ্বৰ, কিন্তু ক'তা, তেওঁৰ গা দেখোন অলপো গৰম হোৱা নাই। কপালত হাত দি চালেই তেওঁ ধৰা পৰিব যে। আজি ইমান দিন তেওঁৰ জ্বৰ হোৱা নাই এতিয়া ঘপ্ কৰে জ্বৰ হলে বুলি কলে কিৰণে যদি কিবা সন্দেহ কৰে ! মূৰ কামুৰিছে বুলিয়েই কব নে কি ? কিন্তু মূৰ কামুৰিলেও তো ৰেলত যাব পাৰি। পবিত্ৰই এটা হতাশৰ হুমুনিয়াহ পেলালে। সুধাক সেই সময়ত লগ পোৱা



হলে কিজানি সুধাকে এটা উপায় দিবলৈ তেওঁ খাটিলেহেতেন। এনেবোৰ বিষয়ত মতাতকৈ তিৰোতাৰ বুদ্ধি বেছি বুলিয়েই তেওঁৰ ধাৰণা। তপনৰ আগত তেওঁ সুধাক এবাৰ মাতিয়েই পঠাব নে কি ? সেয়া সুধা আহিছেই হবলা, সেয়া সুধাৰ মাত নহয় নে ? তেওঁ উৎকণ্ঠিত হৈ ৰল। জপাই থোৱা দুৱাৰখন মুকলি হল, তেওঁ দেখিলে সুধা নহয়, কিৰণ হে।

কিৰণে কলে, "ৰেললৈ আৰু সৰহ পৰ নাই। তই নো কৰিছ কি ? মাল-বস্তুখিনি বন্ধাকে হোৱা নাই দেখোন !"

পবিত্ৰই দেখিলে উপায় নাই, যাবই লগা হল। কিৰণৰ দেউতাক আৰু মাকৰ পৰা তেওঁ বিদায় ললে। ওচৰতে সুধা আছিল, সুধাৰ ফালে চাই তেওঁ কলে, "যাওঁ এতিয়া।"

সুধাই কলে, "যকগৈ।" কিন্তু এই কথাষাৰত যে কিমান অভিমান লুকাই আছিল তাক আনে নুবুজিলেও পবিত্ৰই বুজিলে। মটৰত উঠি পবিত্ৰই মুখ উলিয়াই এবাৰ চালে, কিন্তু যাক চাবলৈ হেঁপাহ কৰিছিল, তেওঁক হলে দেখা নাপালে। সুধা তাত নাই। ষ্টেছন পাই টিকট কিনিবলৈ বুলি পবিত্ৰই জেপত হাত ভৰাই দেখে যে মণি-বেগটো নাই। ইটো জেপত চায়, সিটো জেপত চায় এটাটো মণি-বেগটো নাই। কিৰণক পবিত্ৰই কলে, "মণি-বেগটো তাতে পেলাই থৈ আহিলোঁ হবলা ; এতিয়া কৰোঁ কি ?"

ৰেল এৰিবলৈ আৰু সৰহ পৰ নাই। মণি-বেগটা আনিবলৈ গলে ৰেল আৰু নাপাবহি। পবিত্ৰৰ আৰু যোৱা নহল, দুয়ো উলটি আহিল। গাৰুৰ তলতে মণি-বেগটো ওলাল !

সুধাক আকৌ পবিত্ৰই ৰংঢালীকৈ দেখিলে। বিদায় লওঁতে তাইৰ যি গহীনতা দেখা পাইছিল সেই গহীনতা আৰু নাই। দেউতাকে কিৰণক মাতি নিলত সুধাই পবিত্ৰক অকলশৰীয়াকৈ পাই লাহেকৈ কলে, এতিয়া পিছে ? কৈছিলোঁ নহয় যাব নোৱাৰে বুলি।"

পবিত্ৰই কলে, "তোমাৰ কাৰণেই মই যাব নোৱাৰিলোঁ।"

সুধাই মোহ লগাকৈ হাঁহিলে, চকুৰেও হাঁহিলে, মুখেৰেও হাঁহিলে। পবিত্ৰই সুধাৰ হাতখনতে লাহেকৈ চিকুট মাৰি দিলে।

সুধাই আন পিনে চাই কলে, "মোক আকৌ চিকুটিছে কেলেই?

পবিত্ৰই কোমলকৈ মাত লগলে, "ভাল লাগিছে দেখি।"

"কোনোবাই যদি দেখে।"

"এতিয়া তো ইয়াত কোনো নাই, মাথোন তুমি আৰু মই।"

দুৱাৰৰ ওচৰৰ পৰা তপনে মাত লগালে, "ময়ো আহিছোঁ দাদা।"

|| ৫ ||

পবিত্ৰৰ আৰু গোলাঘাটৰ থিয়েটৰত ভাও দিয়া নহল। কিৰণৰ অনুৰোধ ৰাখি ভাস্কৰ বৰ্ম্মা নাট-মন্দিৰত দুয়ো থিয়েটৰ চাই আহিলগৈ।

দুপৰীয়া ভাত খাই এঘুমটি শুই পবিত্ৰই খবৰ লৈ জানিলে কিৰণ তেতিয়াও শুই উঠা নাই। মেজখনলৈ চাই দেখিলে, ফুলদানীটোত এসোপামান নতুন ফুল। কোনে জানো আনি থলেহি! আগেয়ে তো নাছিল, তেওঁ শুই থাকোঁতেই কোনোবাই থৈ গলহি! তেওঁৰ বিছনাখনতো দেখোন এইবিলাক ফুলৰ পাহি। ই আন কোৰো কাম নহয়। কাৰ কাম মনত খেলোৱা মাত্ৰকে পবিত্ৰৰ গোটেই গাত মৃদু শিহৰণ উঠিল।

তপনক গুচি যোৱা দেখি মাতি আনি পবিত্ৰই সুধিলে, "কেলেই আহিছিলা?"

"আপুনি শুই উঠিল নে নাই চাবলৈ আহিছিলোঁ। বাইদেৱে কলে বোলে পবিত্ৰ দাদা উঠিল নে নাই চাই আহগৈ।"

"তোমাক যে চাবলৈ পঠালে বাইদেৱৰ নো নাহিল কেলেই?"



"বাইদেউ যে গোসাঁনী চাবলৈ ওলাইছে। ময়ো যাম নহয়। যাওঁ, বাইদেউক কওঁগৈ।"

"অলপ বাৰু ৰবাচোন; ফুলদানীত এই ফুলবোৰ কোনে থলেহি?"

"কোনে বাৰু, আপুনিয়েই ককচোন।"

"মই কব নোৱাৰোঁ। দেখি হে তোমাক সুধিছোঁ।"

"বাইদেৱে থলেহি; মই আৰু কব পাৰোঁ, পিছে নকওঁ।"

"কোৱাঁচোন কোৱাঁ আৰু কি কব পাৰাঁ?"

"মই নকওঁ; কলে নো আপুনি মোক কি দিব?"

"যিহকে লাগে তাকে দিম।"

"মোক লুডো এখন কিনি দিব?"

"দিম বাৰু; কোৱাঁ এতিয়া।"

"বাইদেৱে আপোনাক সিঁয়াৰিছিল।"

তপনে "এনেকৈ" বুলি কেনেকৈ সুধাই সিঁয়াৰিছিল দেখুৱালে। পবিত্ৰই ভাবিলে, সুধাই কিজানি চুমাকে যাচিছিল, তপনে নুবুজিলে ভালেই হল। আৰু সিঁয়াৰিলেই বা! সিও যে ভালপোৱাৰে নিদৰ্শন।

এনেতে সুধা সোমাই আহি তপনক কলে, "ইয়াতে ৰৈ থাকিলিহি দেখোন। যাচোন মইনাক কগৈ চাহ ইয়ালৈকে লৈ আহিবলৈ।"

পবিত্ৰই কলে, "বৰ সাজিপাৰি ওলাইছাঁ দেখোন; বাঃ, বৰ চমৎকাৰ হৈছাঁ তো দেখিবলৈ।"

ফুলদানীৰ পৰা ফুল এটা লৈ পবিত্ৰই সুধাৰ খোপাতে পিন্ধাই দিলে, সুধাই ততকে ধৰিব নোৱাৰিলে। কবিতা এফাকি পবিত্ৰৰ মনত পৰি গল। পবিত্ৰই গালে—

তোৰ ইমান ৰূপৰ চমক
চাওঁ নৌ-চাওঁতেই হিয়াৰ জুই মোৰ
উঠিল ভমক ভমক।

সুধাই চকু দুটা যোপা কৰি পবিত্ৰলৈ চাই কলে "ঠাট্টা কৰিবলৈ ধৰিলে আৰু যাওঁগে ইয়াৰ পৰা।"

"যাবাগৈ বাৰু; পিছে গোসাঁনী উটুৰা চাবলৈ মোকো নিবা নে?"

"নিওঁ নে নিনিওঁ আপুনিয়েই ভাবি চকচোন।"

কিন্তু সুধাৰ লগত পবিত্ৰৰ গোসাঁনী উটুৰা চাবলৈ যোৱা নহল। কিৰণে পবিত্ৰক কলে, "সুধাইঁত মটৰত যকগৈ। আমি পিছত খোজ কাঢ়িয়েই যাম।"

সুধাই অলকাক সুধিলে, "পবিত্ৰ দাদাক নো কেতিয়াৰ পৰা চিনি পোৱা?"

"কলিকতালৈ পঢ়িব যোৱাৰ পৰাই; আজি প্ৰায় ডেৰ-বছৰ। তোমালোকৰ ইয়াত যে আছেহি, তোমালোকৰ নো তেওঁ কি হয়?"

"আপোন মানুহ।"

"আপোন মানুহ! তোমালোকৰ কিবা সম্বন্ধ লাগে নে কি?"

"সম্বন্ধ লাগিলে হে হবলা আপোন মানুহ হব পাৰে? এনেয়ে হব নোৱাৰে নেকি?"

"কেলেই নোৱাৰে, খুব পাৰে।"

অলকাই কথাষাৰ কৈয়েই খিল্ খিলকৈ হাঁহিলে, কলে, "আমাৰো তেওঁ একো নহয়, তথাপি আমাৰো তেওঁ আপোন মানুহ। আপোন মানুহ নোহোৱা হলে তেওঁ আমাৰ তালৈ নোযোৱা বাবে আমি জানো বেয়া পালোঁহেতেন? তেওঁক কাইলৈ দুপৰীয়া আমাৰ ঘৰত ভাত খাবলৈ মাতি যাম, তুমি কি বোলা? সিবাৰ কলিকতাত অসমীয়া ছাত্ৰৰ সাহিত্য সভাৰ অধিবেশনতে যি তেওঁৰ বেহেলা শুনিছিলোঁ, কাইলৈ আমাৰ ঘৰলৈ নি আকৌ শুনিম আৰু আবেলি তেওঁৰ সৈতে চিনেমা চাই আহিমগৈ। আয়ে তেওঁক পালে বৰ ভাল পাব।"

ঘৰলৈ উলটিবৰ সময়ত পবিত্ৰক লগ ধৰি অলকাই কলে, বঢ়িয়া মানুহ তো আপুনি। ইমান দিন ইয়াতে সোমাই আছে,



আমাৰ ফালে হলে ভুমুকি এটাকে মৰা নাই।"

"ইয়াৰ পৰা যোৱাৰ আগতে নিশ্চয় এপাক মাৰিম।"

"কাইলৈ দুপৰীয়াই যাব, আমাৰ তাতে ভাত খাবগৈ। যাব কিন্তু; নগলে জোৰ কৰি লৈ যামহি।"

সুধাই অলকাৰ ফালে চালে। ওচৰতে কিৰণ আছিল। অলকাই কিৰণক কলে, "আপোনাৰো নিমন্ত্ৰণ নোযোৱাকৈ যেন নেথাকে। দুয়ো যাব দেই।"

পবিত্ৰই কলে, "বাৰু।"

কিৰণে কলে, "মোক মাফ কৰিবা; মই কাইলৈ পলাশবাৰীলৈ যাব লাগে। তোমালোকৰ তাৰপৰা ঘূৰি আহি যাবলৈ আৰু সময় নহব। পবিত্ৰয়েই যাব, মই লাগিলে আন এদিন যাম।"

সুধাৰ হাতত ধৰি হাই-হিলৰ জোতাৰে খটপ্ খটপ্ শব্দ কৰি অলকা ওলাই গলত কিৰণে পবিত্ৰক কলে, "তাৰ লগত অলকাৰ দেখোন্ বৰ ভাব।"

"মোক খাবলৈ নিমন্ত্ৰণ কৰিছে দেখি কৈছ হবলা? তোকো দেখোন কৰিছিল।"

"নাই; সেইবাবে কোৱা নাই।"

"কি বাবে নো কৈছ?"

"তোলৈ চোৱাৰ ভঙ্গী দেখি কৈছোঁ।"

"তয়ে বা অলকাৰ মুখলৈ ইমানকৈ চাইছিলি কিয়?"

"মুখলৈ নেচাই ভৰিলৈ চাম নে কি?"

"কিন্তু এনে দৰে মুখলৈ চোৱাটো জানো উচিত?"

"নিশ্চয় উচিত, এশবাৰ উচিত। সুন্দৰৰ প্ৰতি ই যে নীৰৱ শ্ৰদ্ধা-জ্ঞাপন আৰু এই শ্ৰদ্ধা-জ্ঞাপনতেই সুন্দৰৰ সাৰ্থকতা।"

পবিত্ৰই আৰু কব খুজিছিল, কিন্তু কিৰণে বাধা দি কলে, নীৰৱ শ্ৰদ্ধা-জ্ঞাপন বাৰু কাইলৈ কৰিবিগৈ, এতিয়া বল বেডমিণ্টনকে একোব খেলোঁগৈ।"

পৰ্দ্দাখনৰ সিফালৰ পৰা সুধাই যে তেওঁলোকৰ কথা শুনি আছিল তাক তেওঁলোকে গমকে নাপালে।

পবিত্ৰই ভাবিছিল আবেলি হওঁতে নৌ-হওঁতেই তেওঁ ঘূৰি পাবহি। কিন্তু অলকাই তেওঁক একোপধ্যেই এৰি নিদিলে। আহিব নোৱাৰি পবিত্ৰই উচ্পিচাবলৈ ধৰিলে।

অলকাৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ পবিত্ৰ অহাৰ আগতে সুধাই তেওঁৰ কাষ চাপি কৈছিল হি, অলকাহঁতৰ তাৰ পৰা কিন্তু সোনকালে আহিব দেই, চিনেমালৈ যামহঁক। পবিত্ৰই মনৰ আনন্দ গোপন কৰি সুধাক জনাইছিল, "তোমালোকেই যাবা চিনেমালৈ, মোক নো আকৌ কেলেই?" তাৰ উত্তৰত সুধাই কৈছিল, "আপুনি গলেহে মই যাম, আপুনি আহিবই লাগিব, নহাকৈ নেথাকিব।" যদিও পবিত্ৰই মুখেৰে "আহিবলৈ চেষ্টা কৰিম" বুলি কৈছিল, তথাপি আহিবলৈ মনতে স্থিৰ কৰি তেওঁ ঘৰৰ পৰা খোজ লৈছিল।

সুধাৰ এই নিমন্ত্ৰণ উপেক্ষা কৰা তেওঁৰ পক্ষে অসম্ভৱ! এই সৌভাগ্যৰ পৰা বাঞ্চত হবৰ তেওঁৰ অলপো ইচ্ছা নাই।

॥ ৭ ॥

চাওঁতে চাওঁতে পাঁচ বাজিবৰ হল। এতিয়ামানে গলে হে যদি তেওঁ সুধাহঁতক লৈ ঠিক সময়ত চিনেমা পাবগৈ। সুধাই সাজি-পাৰি ওলাইছে কিজানি। বেঙুনীয়া ৰঙৰ চাদৰখনেৰে সুধাক যে কিমান ধুনীয়া দেখি। সেইখন চাদৰকে সুধাই নিশ্চয় লৈছে। কিৰণো নিশ্চয় লগত যাব আৰু বা কোন কোন যায়? যক যেয়ে যায়, পবিত্ৰ কিন্তু সুধাৰ কাষতেই বহিব আৰু অন্ধকাৰৰ সুবিধা লৈ সুধাৰ লাহৰি হাতখনি আলফুলকৈ ধৰি থাকিব।

ভিতৰৰ পৰা ওলাই আহি অলকাই কলে, "ইমান কৈ নো কি



ভাবিছে? চাহ খোৱা হলেই হবলা? এইবোৰ একো নেখালে দেখোন?"

পবিত্ৰই উত্তৰ দিলে, "খাব পাৰিলে হে খাম, যিবানবোৰ হে দিছাঁ। মোক আৰু থাকিবলৈ নধৰিবা দেই "তোমাৰ কথা ৰাখি ইমান পৰ থাকিলোঁ। ইমানতে আৰু যাওঁ, কিৰণে পলাশবাৰীৰ পৰা আহি ফুৰিবলৈ যাবলৈ মোৰ কাৰণে বাট চাই থাকিব পায়। আন এদিন আহি বাৰু বেহেলা বজাই শুনাম।"

অলকাই কলে, "আজি নেথাকিলে আন এদিন আহিব নেলাগে। যাব খুজিছে যকগৈ। আপোনাৰ বেহেলা বজোৱা নুশুনিলে ৰাতি মোৰ টোপনি নহাকৈ নেথাকে। ইমান নো অহঙ্কাৰ কেলেই? আপুনি কিন্তু মোক অনুৰোধ কৰা হলে মই যি অলপ জানো তাকেই বজাই শুনালোঁহেতেন।"

থিৰিকীয়েদি বাহিৰলৈ দীঘলকৈ চাই পবিত্ৰই মাত লগালে, "তোমাক আকৌ মই অনুৰোধ কৰিম কেলেই? মই তোমাৰ নিমন্ত্ৰিত অতিথি যেতিয়া তুমি নিজেই উপযাচি মোক শুনাব লাগে।"

পৰম উৎসাহেৰে অলকাই কলে, "ঠিক কৈছে। মোৰ অপৰাধ হৈছে স্বীকাৰ কৰিছোঁ আৰু তাৰ বাবে ক্ষমা বিচাৰিছোঁ। বাৰু, বেহেলাখন আনোগৈ, এতিয়াও বজাওঁহি।

পবিত্ৰই বঢ়িয়াকৈ বুজিলে কথাষাৰ কৈ তেওঁ লেঠা হে লগালে; কিন্তু এতিয়া আৰু নিস্তাৰ নাই, বেহেলা আনিবলৈ অলকা ভিতৰলৈ গলেই। সুধাৰ লগত চিনেমা চোৱাৰ সম্ভাৱনা তেওঁ অলপো নেদেখিলে। অৱশ্যে কাইলৈকো চিনেমা চাব পাৰিব। ঠিক কথা কাইলৈকে চাবগৈ। পিছে যদি সুধাই আজিয়ে চাই পেলায়! নাই, নাই, সি কেতিয়াও হব নোৱাৰে তেওঁক এৰি সুধা কেতিয়াও চিনেমা চাবলৈ নাযায়।

বিজুলী-চাকীৰ উজ্জ্বল পোহৰত স্নিগ্ধ মুখখনি আৰু দীপ্তিমন্ত কৰি তুলি অলকাই বেহেলা বজালে। পবিত্ৰই আগ্ৰহেৰে শুনিলে

আৰু তাৰ পাছত অলকাৰ হাতৰ পৰা নিজেই বেহেলাখন লৈ বজাবলৈ ধৰিলে। ভালেমান পৰলৈকে সঙ্গীত চৰ্চা চলিল। অকল অলকাই নহয়, অলকাৰ মাকো পবিত্ৰৰ বেহেলা বজোৱা শুনি মুগ্ধ হল।

ৰাতি আঠমান বজাত বিদায় লবৰ সময়ত অলকাৰ মাকে পবিত্ৰক কলে, "যি কেইদিন ইয়াত আছাঁ গধূলি এক্কন্তেক আহিবাচোন।"

|| ৮ ||

লগুৱা লৰা এটা মাতি পবিত্ৰই কলে, "সুধাক মোৰ কথা কৈ আজিৰ খবৰ কাগজখন আনগৈচোন যা।"

পুৱাৰে পৰা সুধাক দেখা পাবলৈ পবিত্ৰ ব্যাকুল হৈ আছে। কিন্তু সুধা তেওঁৰ ওচৰলৈ যে অহা নায়েই, তেওঁৰ কোঠাত ভুমুকি এটাকে মৰা নাই। আন দিনা তো এনে কেতিয়াও নহয়। কেইদিন যে শুই উঠি বাহিৰলৈ ওলাই গৈয়েই তেওঁ সুধাক আৰামী চকীখনত বহি থকা দেখা পাইছেগৈ। চাহ খাওঁতে কোনো দিন তেওঁ সুধাক লগ নোপোৱাকৈ থকা নাই। সিদিনা যে নিজে চাহ দি গলহি। কিন্তু আজি সুধাৰ ছাঁটোকো তেওঁ দেখিবলৈ পোৱা নাই। পবিত্ৰই কোঠাটোত ইফাল সিফাল কৰিবলৈ ধৰিলে।

লগুৱা লৰাটোৱে আহি কলে, "আইদেৱে কলে বোলে জানো কি খবৰ কাগজ লাগে মই কব নোৱাৰোঁ।"

পবিত্ৰই চকীখনতে বহি পৰিল। তেনেহলে সুধা তেওঁৰ ওপৰত ভালকৈয়ে অসন্তুষ্ট! নহলে নো এনে কুঠুৰা জবাব দিয়ে নে? কেলেই, এই কেইদিন জানো সুধাই নিজেই কাগজখন তেওঁলৈ পঠাই দিয়া নাই? সিদিনা সুধাই লগুৱাটোক কোৱা তেওঁ নিজ কাণেৰেই শুনিছে, "হোঁ মনাই, এই কাগজখন পবিত্ৰ দাদাক দি আহগৈ, মই দিছোঁ বুলি কবি।"



সুধাৰ ব্যথা কোনখিনিত তাক তেওঁ বুজিলে, কিন্তু সুধায়ো যদি তেওঁৰ ব্যথা বুজিলেহেতেন!

তপনক মাতি পবিত্ৰই সুধিলে, "সুধাই কৰিছে কি?"

"সৌ তাত কিবা চিলাই কৰিছে। মাতি আনিমগৈ নে?"

"যোৱাঁচোন, মাতি আনাগৈ।"

চকীখনৰ পৰা উঠি পবিত্ৰ দুৱাৰখনৰ ফালে গল, আকৌ উলটি আহিল। সুধা তো এতিয়াই আহিব। পিছে তেওঁ নো কেনেকৈ সুধাৰ ঠেহ ভাঙিব? লাহেকৈ থুতৰিটোত ধৰি কব নে কি, "অলপতে জগৰ লাগে ঠাই নাই।" মুখেৰে একোকে নামাতি কোমলকৈ চুমা এটিকে দিব নে কি? সুধাৰ অভিমান তাতে নাভাঙিব নে? কিন্তু তপন যদি লগত আহে?"

"বাইদেউ বোলে আহিব নোৱাৰে।"

পবিত্ৰই উচপ খাই উঠিল। তপনক তেওঁ কলে, "মই মাতি-ছিলোঁ বুলি কৈছিলা জানো?"

"কৈছিলোঁ।"

"বাইদেৱেৰে কি বুলি কলে?"

"কলে বোলে মই যাব নোৱাৰোঁ যা। আপুনি হে বাইদেউক ভাল পায়, বাইদেৱে হলে আপোনাক অলপো ভাল নেপায়।"

"কেনেকৈ জানিলা?"

"কৈছে নহয়।"

"কি বুলি কৈছে?"

"কৈছে বোলে সেইটোক মোৰ দেখিবৰে মন নেযায়। ইয়াৰ পৰা গুচি নো নেযায় কেলেই জানো?"

এনেতে ধুমুহাৰ দৰে সুধা আহি তপনৰ কাণ দুখন মলি দি কলে, "মোৰ কথা লগালিহি যে পবিত্ৰ দাদাই নো মোৰ কি কাণ দুখন কাটিব?"

তপনে কাণ-মলা খাই লৰ মাৰিলে। সুধা তাৰ পৰা উচাৎ

মাৰি গুচি আহোঁতে পবিত্ৰই পাছ ফালৰ পৰা খপ কৰে চাদৰখনতে ধৰিলে। আজোৰ মাৰি চাদৰখন এৰুৱাই লৈ সুধাই কঠোৰ সুৰেৰে কলে, "মোক চাদৰত ধৰি টানিবলৈ আহিছে ; মই আজি কৈ দিমগৈ।"

পবিত্ৰৰ উৎসাহ দমি গল। উত্তেজিত হৈয়ে সুধাই আকৌ কলে, "যক অলকাৰ চাদৰত ধৰি টানকগৈ। তাতে গৈ দেখোন থাকিব পাৰে, ইয়াত নো আছে কেলেই ?"

"ইয়াত থকাত যদি ইমান বেয়া পাইছাঁ, যামগৈ বাৰু ইয়াৰ পৰা।"

একো নামাতি সুধা বেগাই ওলাই আহিল।

কিৰণৰ মাকে কলে, "তই যদি কবলৈ ভাল নেপাৰ, তেনেহলে ময়ে কথাটো উলিয়াব লাগিব। তোৰ ইমান বন্ধু দেখি হে তোক কবলৈ কৈছিলোঁ, নকৱ যদি আৰু কি কৰিম ?"

ইমান সহজে ৰেহাই পাব বুলি কিৰণে আশা কৰা নাছিল। কিৰণে কলে "এৰা তুমিয়েই কোৱাঁগৈ, তুমি কোৱাটো হে ভাল হব। পবিত্ৰ তাতে আছে, এতিয়াই যোৱাঁ, কোৱাঁগৈ।"

বিছনাখনত হাত-ভৰি মেলি দীঘল দি পৰি পবিত্ৰই ভাবিছিল, সঁচাকৈয়ে কলেগৈ নে কি ? কথা দেখোন বেয়াৰ ফালে হে ঢাল ললে। কিন্তু কলেইবা নকলেই তেওঁ আৰু তাত থকা উচিত নহয়।

কিৰণৰ মাকক সোমাই অহা দেখা পাই পবিত্ৰৰ বুকুত ধপধপনি উঠিল। তেওঁ গিৰিস কৰে উঠি বহিল। তেনেহলে সুধাই সঁচাকৈয়ে কলেগৈ। তেওঁ নো এতিয়া কি বুলি কব ? সুধাৰ চাদৰত ধৰি নাই টনা বুলি আসৈকে মাতিব নে কি ? সি যে বৰ কাপুৰুষতা হব। সুধাই যে তেওঁক আগৰে পৰা উৎসাহ দি আহিছিল তাক কৈ দিব নে কি ? কিন্তু সিও তো পুৰুষালিৰ কাম নহব। নাই, সুধাক তেওঁ কেতিয়াও অপৰাধিনী নকৰে। সকলো দোষ তেৱেঁই মূৰ পাতি লব। তাৰ পিছত যি হয় হব।



চকীখন পবিত্ৰৰ ওচৰলৈ টানি আনি তাতে বহি কিৰণৰ মাকে কলে, "তোমাৰ লগত মোৰ অলপ দৰকাৰী কথা আছে।"

সুধাই যে কলেগৈ সেই বিষয়ে পবিত্ৰৰ আৰু একো সন্দেহ নাথাকিল। সেপ ঢুকি পবিত্ৰই কলে, "কক, কি দৰকাৰী কথা আছে।"

"মোক দেখোন সুধাই তোমাৰ বিষয়ে বেয়াকৈ কৈছে ?"

পবিত্ৰৰ গোটেই গা ঘামি গল। যিমান পাৰিলে সুস্থিৰ ভাৱেই তেওঁ সুধিলে, "কি কৈছে ?"

"তুমি বোলে মানুহটো হে ইয়াত আছাঁ, মনটো তোমাৰ অলকাহঁতৰ ঘৰত হে।"

সুধাই তেনেহলে তেওঁক অপদস্থ কৰা নাই কপালৰ ঘামখিনি ৰুমালখনেৰে মচি পবিত্ৰই কলে, "সুধাই কলেই হল নে কি ? মোৰ মনটো অলকাহঁতৰ ঘৰত থকা হলে মই তাতে গৈ দেখোন থাকিব পাৰিলোঁহেতেন। ইয়াত নো তেনেহলে আছোঁ কেলেই ? সুধাই হয়তো মই ইয়াত থকাটো ভাল পোৱা নাই, সেইদেখি তেনেকৈ কৈছে। কিন্তু সুধাই বেয়া পোৱাৰ একো দৰকাৰ নাই, মই কাইলৈ যামগৈ।"

"অলকাহঁতৰ ঘৰলৈকে যাবা নে কি ?"

"তালৈ যাবলৈ মোৰ কি গৰজ পৰিছে ? কালি নিমন্ত্ৰণ কৰিছিল দেখি গৈছিলোঁ। মই গোলাঘাটলৈকে যামগৈ।"

"কাইলৈ বাৰু যাব নেলাগে, থাকাঁচোন আৰু দুদিনমান।"

"ইমান দিন চোন থাকিলোঁ, ইমানতে ঘৰলৈ নগলে কেনেকৈ ? ঘৰলৈ নগৈ বাটতে এনেকৈ লাগি থকা বাবে আইৰ বকনি যে ভালকৈয়ে খাব লাগিব তাক বেছ বুজিছোঁ।"

"আয়েৰাই বাৰু নবকে, ময়ে কৈছোঁ।"

"আপুনি আইক ভালকৈ নেজানে দেখি হে তেনেকৈ কৈছে"

"ভালকৈয়ে জানো—আয়েৰাক মই ভালকৈয়ে জানো।

সেইদেখি হে কৈছোঁ। তুমি আৰু দুদিন থাকিলে আয়েৰাই একো খং নকৰে। আজি আয়েৰাৰ পৰা এইখন চিঠি পাইছোঁ, চাবানে ?"

কিৰণৰ মাকৰ হাতৰ পৰা লৈ পবিত্ৰই চিঠিখন পঢ়ি চালে। চিঠিখনৰ শেষৰ ফালে পবিত্ৰৰ মাকে লিখিছে, "পবিত্ৰৰ ইচ্ছাই মোৰ ইচ্ছা। সি যদি সুধাক পচন্দ কৰে, তেনেহলে মোৰ কবলৈ একো নাই।"

কিৰণৰ মাকে সুধিলে, "তুমি এতিয়া কি কোৱা ?"

পবিত্ৰই উত্তৰ দিলে, "মোক সোধাতকৈ সুধাক হে সোধা দৰকাৰ।"

কিৰণৰ মাকে কলে, "তাৰ ব্যৱস্থা বাৰু মই কৰিম। তোমাৰ কথাটো হে মোক লাগে।"

মাকৰ চিঠিখনৰ ওপৰতে দুচকু থৈ পবিত্ৰই কলে, "মোৰ একো আপত্তি নাই।"

১৯৩৭



# অশোকাষ্টমীৰ স্নান

॥ ১ ॥

চিঠি এখন লিখি ভৱকান্ত গোস্বামীয়ে যতীন হাজৰিকাক অনুৰোধ জনালে তেওঁৰ মাহেকীয়া কাকতখনত প্ৰকাশ কৰিবলৈ হাজৰিকাই এটা গল্প দিব লাগে।

সেই অনুৰোধ ৰক্ষা কৰিবলৈ হাজৰিকাৰ বিশেষ মন-কাণ নাই। গোস্বামীৰ পৰা আৰু এখন চিঠি পাই তেওঁ উত্তৰ দিলে যে আগেয়ে যদিও দুই-চাৰিটা গল্প দেখাক দেখি লিখিছিল, এতিয়া দেখোন লিখিব খুজিলেও লিখিব নোৱাৰে। কলেজীয়া জীৱন অন্ত পৰাৰ লগে লগে গল্পৰ উৎসও শুকাল হবলা। তাৰোপৰি তেওঁ লিখিলে যে চৰকাৰী চাকৰিত সোমাই তেওঁ ভালকৈয়ে খাটিব লগীয়া হৈছে। গল্প এটা পাৰে-নোৱাৰে লিখিবলৈ চেষ্টা কৰি চাবলৈও তেওঁৰ সময়ৰ নাটনি।

চিঠিখন পাই গোস্বামী অলপ দমি গল যদিও নিৰুৎসাহ নহল। তেওঁ ঘূৰি ডাকতে আকৌ গল্পৰ কাৰণে অনুৰোধ কৰি হাজৰিকালৈ চিঠি লিখিলে। গোস্বামীয়ে লিখিলে যে হাজৰিকাই গল্প এটা নিদিলেই নহয়। কাকতখনৰ কেইবাজনো গ্ৰাহকে গোস্বামীক বোলে সুধি পঠাইছে যতীন হাজৰিকাৰ গল্প কাকতখনত ওলোৱা নাই কেলেই। যতীন হাজৰিকাৰ গল্প নেথাকিলে সেইখন নো কাকত নে? সঁচা কথা—গোস্বামীয়ে হাজৰিকালৈ লিখিলে। যতীন হাজৰিকাই ইমান ভাল গল্প লিখে। তেওঁৰ দৰে গল্প আৰু কেইজনে লিখিব পাৰে ?

যতীন হাজৰিকাই চিঠিখন দুবাৰো পঢ়িলে, পঢ়ি তেওঁৰ মনটো মুকলি লাগিল। এইখিনি প্ৰশংসা-বাণীয়ে তেওঁৰ খোপনি লবালে।

তেওঁ গোস্বামীলৈ লিখি পঠালে যে বহাগ বিহুব বন্ধতে তেওঁ অলপ আজৰি পাব, বহাগ বিহুৰ লগতে ইষ্টাবৰ বন্ধো হব এই বাৰ। তেতিয়াই ভাল-বেয়া যি হয় গল্প এটা লিখি পঠাব বাৰু।

|| ২ ||

অশোকাষ্টমী উপলক্ষে যতীন হাজৰিকা ব্ৰহ্মপুত্ৰত গা ধুবলৈ গল। তেওঁৰ যাবৰ সিমান ইচ্ছা নাছিল, পিছে আগ দিনা গধূলি বিপিন ভট্টাচাৰ্য্যই বৰকৈ লগ ধৰিলেহি। বিপিনে কলে বোলে গকুল বৰুৱা আৰু আনন্দ শইকীয়াও যাব, এনে স্থলত তেওঁ নগলে দল যে অসম্পূৰ্ণ হৈ ৰব। গতিকে তেওঁ নগলে নহব।

যতীনে কলে, "তোমালোক তিনিজনেই যোৱাঁ। অশোকাষ্টমীৰ স্নানত মোৰ চখ নাই।"

"আমাৰ হবলা আছে? আমি ছোৱালী চাবলৈ হে ওলাইছোঁ। কত ঠাইৰ পৰা কত যে গাভৰু ছোৱালী ব্ৰহ্মপুত্ৰৰ পাৰত গোট খাবহি। এতিয়াই চাই নললে বুঢ়া হলে চাবা নে?"

একৰকম বুঢ়া হলোঁ বুলিয়েই চোন ধৰাঁ। বিয়া কৰালোঁ, দুটা লৰাৰ বাপেকো হলোঁ, বুঢ়াৰ ভাগত পৰিলোঁহিয়েই বুলিব লাগে। তোমালোক ডঙুৱা ডেকাৰ লগত মোক নো কেলেই?"

বিপিনে যতীনক ঘোকোটা মাৰি দি কলে, "যোৱাঁ হে, এতিয়াই বুঢ়া হলা হে হয়! দেখা নাই নে আমাৰ অনাদি পেস্কাৰক পেঞ্চন লৈ সিদিনা তৃতীয় পক্ষৰ ঘৈণীয়েকক বিয়া কৰাই আনি বুঢ়াৰ জেউতি আগতকৈ একাচি চৰিছে হে।"

"নকবা দেও হে নকবা, সেইটোৰ কথা মোক নকবা। ফুলতে বাঁৰী হোৱা গাভৰু জীয়েকজনীৰ কাৰণে কঠোৰ তপস্যাৰ দিহা আৰু নিজৰ বাবে হলে তৰুণী ভাৰ্য্যাৰ লগত সুখ-সম্ভোগৰ ব্যৱস্থা। বুঢ়াই বোলে অলপতে দাঁত দুপাৰিও লগাই লৈছে, পকা গোফকোছা



তো খুৱাই পেলালেই সেইটোৰ কথা ভাবিলেও পাপ হয়।"

সেইদেখি হে কৈছোঁ ব্ৰহ্মপুত্ৰৰ পাৰত কাইলৈ পুৱা গাভৰু আইটিহঁতৰ দৰ্শন লভি এই পাপ খণ্ডন কৰি আহাঁগৈ। অকল খণ্ডন কৰায় নে? গাভৰু ছোৱালীৰ দৰ্শন লভিলে পুণ্য হয়। মন-প্ৰাণ পুলকিত হৈ উঠে, জীৱন ধন্য হয়। তুমি যাবই লাগিব। তুমি ওলাই থাকিবা, মই সাতমান বজাত মটৰ লৈ আহিম।"

যতীনে আৰু আপত্তি নকৰিলে, কলে, "যাম বাৰু। পিছে তোমাৰ লগত গৈ তো একো লাভ নাই। তোমাৰ এই ধুনীয়া চেহেৰা দেখিলে কোনোবা গাভৰুৱে আমাৰ ফালে যে চকু দিব সেইটো হৈছে।"

|| ৩ ||

ব্ৰহ্মপুত্ৰৰ পাৰত মানুহৰ উদুলি-মুদুলি। জুমে জুমে মানুহ—মতা-তিৰোতা, লৰা-বুঢ়া, ডেকা-গাভৰু। মটৰখন আলিৰ দাঁতিত ৰাখি গৰাইদি বালি ভাঙি যতীনহঁত নামি গল। যতীনৰ চাপ্ৰাচীটোৱে তেওঁলোকৰ পিছ ললে।

তেওঁলোকে ইফালে-সিফালে ঘূৰি-পকি ফুৰিবলৈ ধৰিলে। অনেকক তেওঁলোকে গা ধোৱা দেখিলে,—মন্ত্ৰ গাই আৰু গোৱাই বাপুসকলে যাত্ৰীবিলাকৰ পৰা দুপইচা ৰোজগাৰ কৰাৰ ছেওটোও মন কৰিলে। মন্ত্ৰ নোগোৱাকৈয়ে তেওঁলোকৰ স্নান-পৰ্ব্ব সমাধা হৈ গল।

এঠাইত এছোৱা পানীত আৰু ইছোৱা বালিত ভেজনি লৈ নাও এখন পৰি আছিল। সেইখিনিত মানুহৰ ভিৰ কিছু পাতল। তেওঁলোক নাওখনত গৈ বহিল। ব্ৰহ্মপুত্ৰৰ পানীত পুৱাৰ ৰ'দৰ তিৰবিৰণি। এছাটি ফেৰ্ফেৰীয়া বতাহ তেওঁলোকৰ মাজেদিয়েই বাগৰি গল। তেওঁলোকে দেখিলে তেওঁলোকৰ অলপ আঁতৰত

এজনী বুঢ়ী আৰু বুঢ়ীৰ লগত এজনী গাভৰু ছোৱালী।

ছোৱালীজনীলৈ যতীন হাজৰিকাই চালে। ছোৱালীজনী ধুনীয়া। যতীনে ছোৱালীজনীৰ মুখৰ চেহেৰা আৰু গাৰ গঠনত এনে এটা কমনীয়তা দেখা পালে যিটো চাই থাকিবলৈ তেওঁৰ বৰ ভাল লাগিল। অৱশ্যে ছোৱালীজনী বগী ধকেধকী নাছিল। কিন্তু সি একো ধৰিব লগীয়া কথা নহয় বুলিয়েই তেওঁৰ মনত হল।

বিপিন ভট্টাচাৰ্য্যক কাষলৈ টানি আনি যতীনে সুধিলে, "কেনে দেখিছাঁ? ছোৱালীজনী বাৰু ধুনীয়া নহয় নে?"

ঢেক্ঢেক্‌কৈ বিপিনে হাঁহিলে, হাঁহি কলে, "তোমাৰো আৰু চকু! চকু নহয় অমৰাগুটি!"

"এইজনী ছোৱালী যদি ধুনীয়া নহয় তেনেহলে তিৰোতাৰ সৌন্দৰ্য্যৰ বিষয়ে তোমাৰ একো ধাৰণাই নাই।"

"নাক, মুখ, চকু কিটোত নো তুমি সৌন্দৰ্য্য দেখিলা কব নোৱাৰোঁ। তুমি যদি এই ছোৱালীজনী ধুনীয়া বুলি কোৱাঁ তেনেহলে বুজিব লাগিব তোমাৰ মানত গাভৰু ছোৱালী মাত্ৰেই ধুনীয়া।"

"হওঁতে তুমি ঠিকেই কৈছাঁ, মোৰ মানত গাভৰু ছোৱালী মাত্ৰেই ধুনীয়া। তুমি তো ছোৱালীজনীৰ নাক মুখ একোটে সৌন্দৰ্য্য নেদেখিলা। অৱশ্যে কব লাগিব যে ছোৱালজনীৰ নাকটো তিল-ফুলৰ দৰে নহয়, চকু দুটাও হয়তো হৰিণীৰ চকুৰ দৰে নহয় আৰু মুখখনো পূৰ্ণিমাৰ জোনৰ দৰে মনৰ-প্ৰাণ হৰি নিয়া বিধৰ নহয়। কিন্তু তথাপিও ছোৱালীজনীৰ গোটেই মুখখনত এটা যে মৰম লগা কমনীয়তা আছে তাক তুমি স্বীকাৰ কৰিবলৈ বাধ্য। তাৰোপৰি ছোৱালীজনীৰ গঠনটো নোচোৱাঁ কেলেই? আমাৰ কেইজনী ছোৱালীৰ এনেকুৱা মনমোহা গঠন? দীঘল পাতল অথচ আটিল।"

বিপিনে কিবা কব খোজোঁতেই আনন্দ শইকীয়াই মাত লগালে,



"হৈছে বিপিন হৈছে, আৰু নেমাতিবা বুজিছাঁ নে? তোমাক তো মোৰ বুজিবলৈ একো বাকী নাই। কোনোবা হাকিম-মুঞ্চুপ বা চাহ খেতিয়কৰ এইজনী ছোৱালী হোৱা হলে তুমি যে তাইক অকল ধুনীয়াকে দেখিলাহেতেন তেনে নহয়, তাইক বিয়া কৰাবলৈকো পাৰোঁ-নোৱাৰোঁ ভালকৈ উথ্‌পথপ্ লগালাহেতেন!"

ছেৱালীজনীয়ে গা ধুই পানীৰ পৰা উঠি আহোঁতেই যতীনে তেওঁৰ কেমেৰাটোৰে তাইৰ ছবি এখন ললে।

## ॥ ৪ ॥

যতীনহঁতে নাওখনতে বহি চাহ-জলপান খালে। খাই উঠি আনন্দ শইকীয়াই কলে, পিছে এতিয়া মুহুদি কৰিব লগীয়া হল নহয়! তামোল-ছালি কিবা আনিছিলা জানো? নাই অনা যদি অনোৱা, তামোল এখন মোৰ নহলেই নহয়।"

ছোৱালীজনীয়ে বুঢ়ীক তামোল এখন চকলিয়াই দি হাঁচটিখন সামৰিছে মাথোন। এনেতে আনন্দই কথাখিনি কলে। কম কথাৰ মানুহ গকুল বৰুৱা। তেওঁ মাত লগাগে, "এনেখন চালাকি নো কৰিব লাগিছে কেলেই? তামোলৰ নো অভাৱ কি? এখন খুজি খালেই দেখোন হয়।"

আনন্দ লাহেকৈ বুঢ়ীজনীৰ ওচৰ চাপিল। তলমূৰ কৰি বৈ থকা ছোৱালীজনীৰ মুখৰ ওপৰেদি চকু দুটা এবাৰ ঘূৰাই লৈ আনন্দই আথে-বেথে বুঢ়ীজনীক কলে, "আমিও তামোল-ছালি এডোখৰৰ ভাগ পাম জানো? এইটি আপোনাৰ জীয়েক হবলা। আপোনালোক নো আহিছে কোনখিনিৰ পৰা?"

ছোৱালীজনীয়ে বুঢ়ীজনীৰ ফালে চালে। বুঢ়ীজনীয়ে তালৈ মন নকৰি উত্তৰ দিলে, "মোৰ জী নহয়, জীৰ নাতিনী হে। মাউৰী ছোৱালী, ময়ে তুলি-তালি ইমানজনী কৰিছোঁ। আমি হাঁহচৰাৰ

মানুহ। আপোনালোক একা ?"

"আমি চহৰৰ পৰা আহিছোঁ।"

ছোৱালীজনীয়ে বুঢ়ীমাকক কলে, "আই, তামোলৰ কথা পাহৰিলিয়েই হবলা। মযে দিম নে কি কাটি ?"

বুঢ়ীয়ে আনন্দক সুধিলে, "আপোনালোকৰ বা বৰণ কি ? আমি আকৌ চুটীয়া মানুহ। আমি কাটি দিয়া তামোল খায় বা নেখায় ?"

গকুল বৰুৱাই ঘপৰাই মাত লগালে, "খাম আমি, কেলেই নেখাম ? তামোল নেলাগে পালে কত কি খাম আমি ! দিয়ক, ছোৱালীটিয়েই দিয়ক কাটি।"

ছোৱালীজনীয়ে তামোল এটা লৈ কাটিব খোজোঁতেই বুঢ়ীয়ে কলে, "হয়, তই আবিয়ৈ ছোৱালীজনীয়ে তামোল কাটি খুৱাবলৈ আহিছ ? চাওঁ, মোক দে, মই কাটি দিওঁ।"

আনন্দৰ লগতে যতীনহঁতেও একোখনকৈ তামোল পালে। বুঢ়ীয়ে হাঁচটিখন ছোৱালীজনীক ঘূৰাই দিছে, এনেতে চাপ্ৰাচীটোৱে কাষ চাপি লাহেকৈ কলে, "আই, মোকো অনুগ্ৰহ কৰিব জানো ? তামোল-ছালি এডোখৰ চোবাবলৈ নেপাই মুখখন সেৰেকা লাগি আছে।

চাপ্ৰাচীটোৰ আই সম্বোধনত বুঢ়ীৰ মনটো ভাল লাগি গৈছিল। তাৰ কোমল মুখ আৰু সুঠাম হাত-ভৰিলৈ চাই বুঢ়ীৰ আৰু ভাল লাগিল। বুঢ়ীৰ ভাব বুজিব নোৱাৰি আনন্দই মাত লগালে, "দিয়ক কালীৰামকো তামোল এখন। সি আপোনালোকৰ কুলৰে মানুহ, এখেত আমাৰ হাকিমৰ চাপ্ৰাচী।" আনন্দই যতীন হাজৰিকাক দেখুৱাই দিলে।

বুঢ়ীয়ে কালীৰামৰ মুখলৈ আকৌ এবাৰ চালে, চাই নাতিনীয়েকক কলে, "দে অ' মালতী, তয়ে তামোল এখন দেচোন কাটি। কটা তামোল থাকিবই পাই কিজানি।"



ছোৱালীজনীৰ হাতৰ পৰা তামোল এখন লৈ কালীৰামে খালে। যতীনে আনন্দৰ মুখলৈ চালে। আনন্দই মনতে কলে, "কালীৰামৰ বৰ ভাগ্য।"

॥ ৫ ॥

বহাগ বিহুৰ পিছ দিনা যতীন হাজৰিকাই গল্প এটা লিখিবলৈ বুলি কাগজ-কলম যতনাই ললে। ফুলস্কেপ কাগজখনৰ ওপৰৰ ফালে দু-আঙুলমান এৰি দি তেওঁ গল্পটোৰ নাম লিখিলে, "অশোকাষ্টমীৰ স্নান"।

বাওঁহাতটোৰে থুতৰিটোত ধৰি আৰু সোঁওহাতটোৰে কলমটো ওপৰমুৱাকৈ লৈ যতীনে গল্পটো কেনেকৈ সজাব ভাবিবলৈ ধৰিলে। গল্পটোৰ নায়িকা ঠিক হৈয়ে আছে—মালতী। নায়ক এতিয়া কাক কৰা যায় ? তেওঁ নিজেই হব নে কি ? তেওঁ বিয়া কৰোৱা মানুহ, ঘৰত লৰা-তিৰোতা আছে। তেওঁক নায়ক পাতিলে গল্পটো ৰসাল হব, মানুহে আগ্ৰহ কৰি পঢ়িব। এনেকৈ লিখিলে কেনে হয় ? অশোকাষ্টমীৰ স্নানৰ পৰা ঘৰলৈ আহি তাৰ পিছ দিনাই তেওঁ হাঁহচৰালৈ গৈ বুঢ়ীৰ ঘৰ বিচাৰি উলিয়ালে। দেখিলে বুঢ়ীৰ ঘৰৰ আগত মটৰ—বিপিন ভট্টাচাৰ্য্যৰ মটৰ। তেওঁ অলপ বেলি নঙলা-মুখতে ৰল। তাৰ পিছত নঙলা খুলি ঘৰৰ ওচৰ পাই তেওঁ মাত লগালে, "বিপিন, তোমাক ঘৰত বিচাৰি নেপাই এইখিনি পাইছোঁহি।"

"যতীন আছা নে ?" মাতষাৰ কাণত পৰাত যতীন চঁক্ খাই উঠিল আৰু চাই দেখিলে আনন্দ শইকীয়া আহিছে। তেওঁ সাউৎকৰে কাগজ-কলম সামৰি থলে, তেওঁ যে গল্প লিখিব খুজিছে আনন্দই যেন গম ধৰিব নোৱাৰে। বন্ধুক আদৰ-সাদৰ কৰি বহুৱাই যতীনে আনন্দৰ ভৰিৰ পৰা মূৰলৈকে চাই কলে, "গাত দেখোন

নতুন সাজ-পাৰ। বিহু ভালকৈয়ে লাগিছে দেখিছোঁ।

"নেলাগিব নো কেলেই? পিছে বিহু মৰা চাবলৈ নোযোৰাঁ জানো?"

"যাব পৰা হলে বৰ ভালকে পালোঁহেতেন। কলেজত পঢ়া কালতে যি বিহু দেখিলোঁ, তাৰ পিছত আৰু দেখা নাই। যাবলৈ পিছে ভয়কে লাগে কোনোবাই দেখি চিনি পায় বুলি।"

আনন্দই যতীনৰ পিঠিতে ঢকা মাৰি দি কলে, "তুমিও আৰু ভাল! আমি কিবা তেনেকৈ বিহু মৰা চাবলৈ যাম নে? আমি চিকাৰ কৰিবৰ ছলেৰে পম খেদি খেদি বিহুতলি ওলামগৈ। জাঁজীৰ ইন্সপেকছন বঙলাতে আমি গৈ থাকিম। তুমি তোমাৰ চাপ্ৰাচীটো লগত লবা, ময়ো মোৰ চাকৰটো লগত লম।"

"মোৰ লগত যাবলৈ মোৰ চাপ্ৰাচীটো বৈ আছে নহয়! বিহুৰ সাদিনমানৰ আগতে কালীৰাম ছুটী লৈ গলগৈ।"

"কলৈ গলগৈ?"

"কওঁতে কৈছিল ঘৰলৈ যাওঁ বুলি; পিছে সিদিনা খবৰ কৰাইছিলোঁ ঘৰলৈ বোলে যোৱা নাই। কলৈ গল জানো সেইটো?"

ভিতৰত তেওঁলোকে বহি কথা পাতি থাকোঁতেই বাহিৰত হুঁচৰি এযোৰাই গালেহি, "হুচৰি এ হাওঁ তুঘৰৰ মাজতে গাওঁ।"

॥ ৬ ॥

গোধূলি লাগি ভাগিছে মাথোন। যতীন হাজৰিকা আৰু আনন্দ শইকীয়া তুয়ো ইন্সপেকছন বঙলাটোৰ বাৰাণ্ডাতে আৰামী চকী তুখনত বহি গল্প কৰি আছে। এনেতে আলিবাটত মানুহৰ কোঢ়াল শুনা গল।

আনন্দই কলে, হুঁচৰি-গোৱা আহিছে হে। সেয়া ইয়ালৈকে আহিছে দেখোন। আজি ইহঁতে নো কিমান নাচিব পাৰে চাম।



মই পেঁপা এটা লৈ আহিছোঁ নহয়, বজাম দেই। তুমি আকৌ মানা নকৰিবা।"

"এৰা, হুঁচৰি-গোৱা হে হয়! তুমি সপোনতো বিহু আৰু বিহু-নাচকে হে দেখিছাঁ হবলা। বোলোঁ গাত হুঁচ আছে নে নাই?"

মানুহ এটাই আগ বাঢ়ি আহি চাং-বঙলাটোৰ পৰাই কলে, "ছোৱালী এজনীৰে সৈতে মানুহ এটা ধৰি গৈ আহিছোঁ দেউতা। ইহঁত তুটা ফুটুকানি এখনৰ মাজত সোমাই আছিল। আমাক দেখি পলাব খোজোঁতেই ধৰি পেলালোঁহক। দেউতা ইয়াত থকা গম পাই ইয়ালৈকে লৈ আহিছোঁ। ভাবিলোঁ দেউতাকে ভেটাই দিওঁগৈ।"

আনন্দই টপৰাই মাত লগালে, "মানুহটো ডেকা নে বুঢ়া?"

"কেলেই বুঢ়া হব দেউতা? চফল ডেকা, সোণাৰীগঢ়ী।"

"ছোৱালীজনী একা?"

"দেউতায়ো আৰু কথাবোৰ সোধে! কোনোবাই নো বুঢ়ী মানুহক পলুৱাই আনে নে? গাভৰু দেউতা, তেনেই গাভৰু, সাইলাখ পটেশ্বৰীজনী।"

"তেনেহলে তোমালোকক নো পালে কিহে? এই হেন মন-থৰকবৰক-কৰা বহাগ বিহুত ডেকা-গাভৰুৱে ফুটুকানিৰ মাজত সোমায়ো তোমালোকৰ পৰা ৰক্ষা নেপায়। তোমালোক বৰ চকুচৰহা দেও হে।"

ইমান পৰ আনন্দ আৰু মানুহটোৰ কথা শুনি আৰু উপভোগ কৰি যতীন টলকা মাৰি আছিল। তেওঁ এই বাৰ মাত লগালে, "চাওঁ, ডেকাটোকে গাভৰুজনীকে মোৰ আগলৈ আনাচোন।"

ডেকা-গাভৰুহালক ঠেলি-হেঁচুকি আগ বঢ়াই দিয়া হল। সিহঁতক আনন্দই ওপৰলৈ উঠি আহিবলৈ কলে। উঠোঁ-নুঠোঁকৈ এখোজ বৈ এখোজ দি সিহঁত চিৰিয়েদি ওপৰলৈ উঠি গল। সিহঁতৰ গাত পোহৰ পৰাৰ লগে লগে যতীন আৰু আনন্দই নিমিষতে সিহঁতক চিনি পালে। সিহঁত আন কোনো নহয়—যতীনৰ চাপ্ৰাচীটো আৰু

অশোকাষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰৰ পাৰত লগ পোৱা সেই ছোৱালীজনী।

কেনিবাদি আহত গছৰ কোমল পাতৰ মাজৰ পৰা অমৃতৰ লহৰি উথলি উঠিল, "মই কেতকী।" কুলিয়েও লগতে ঝঙ্কাৰ তুলিলে, "কু-উ-উ।" জাঁজীৰ ইন্সপেকছন বঙলাত উত্তৰ হোৱা গন্ধময় পৰিবেশত সেই অমিয়া সুৰে কালীৰাম আৰু মালতীৰ প্ৰাণত কিজানি একো শিহৰণ তুলিব নোৱাৰিলে। কিন্তু যতীন আৰু আনন্দ একেবাৰে তন্ময় হৈ গল আৰু তেওঁলোকৰ কাৰো মুখৰ মাত নোলাল।

অলপ পৰ গল। যতীনে ছোৱালীজনীক সুধিলে, "তই আপোন খুচীতে আহিছ নে, নাই তোক সি জোৰ-জবৰদস্তি কৰি বলেৰে হে আনিছে?"

মালতীয়ে যতীনৰ মুখৰ ফালে চালে। তাৰ পিছত চকু তললৈ কৰি নিৰ্ভীক ভাৱে তাই উত্তৰ কৰিলে, "মই আপোন খুচীতে আহিছোঁ দেউতা; মোক কোনেও জোৰ-জবৰদস্তি কৰা নাই।"

যতীনে একো কবলৈ নৌ পাওঁতেই আনন্দই মণিৰামক কলে, "তই দেখোন সোতমোচ হৈ গাঁতৰ পৰা ওলোৱা কুঁচুটো যেন হলি। কিনো বৰ জগৰৰ কামটো কৰিলি? যা এতিয়া ভিতৰলৈ যা, চাহ এটোপা আমালৈ কৰগৈ তইঁতেও খাগৈ। মালতীকো লগতে ভিতৰলৈ লৈ নেযাব কিয়?"

পেপুৱা লগা মানুহ মথাক উদ্দেশ্য কৰি আনন্দই কলে, "মৰ্কদমা ডিচ্‌মিচ্‌। তোমালোক এতিয়া যোৱাঁগৈ।"

মানুহবিলাক গৈ জপনা পাৰ হোৱাৰ পিছত আনন্দই যতীনক কলে, "তুমি দেখোন মনে মনে থাকিলা? বোলোঁ ভাবিছাঁ কি?"

যতীনে চিগাৰেট দুটা উলিয়াই এটা নিজে লৈ আৰু ইটো আনন্দক দি কলে, "ভাবিছোঁ কি? কৰ পৰা কিটো হলগৈ নোচোৱাঁ কিয়? অশোকাষ্টমীৰ স্নানলৈ যোৱা এতিয়া হে সাৰ্থক হল, মোৰো, তোমাৰোঁ, ইহঁতৰো।"

১৯৩৫



# গৰ্দ্দা-ৰহস্য

॥ ১ ॥

ৰেল এৰে এৰে। মধ্যম শ্ৰেণীৰ গাৰীখনৰ দুৱাৰমুখলৈ গৈ দেখিলোঁ তাত অকলশৰে গাভৰু ছোৱালী এজনী। ছোৱালীজনীৰ পিন্ধনত ধপ্‌ধপীয়া বগা ৰঙা পাৰিৰ শাৰী এখন আৰু চিল্কৰ ব্লাউচ এটা। ভৰিত জোতা।

মই ছোৱালীজনীক কলোঁ, "এই কুঠৰীটো তো তিৰোতা মানুহৰ কাৰণে নহয়।"

দুৱাৰখনত ধৰি তাই বাহিৰলৈ চাই আছিল। মোৰ কথাষাৰ শুনি তাই একো নেমাতি সিফালৰ বেঞ্চখনত গৈ বহিল। ময়ো সোমাই গৈ ইফালৰ বেঞ্চখনত বহি পৰিলোঁ। এখন বেঞ্চত তাই আৰু ইখন বেঞ্চত মই।

মোৰ কথাষাৰৰ উত্তৰত তাই ওঁ-অঁ একো নকৰিলে কেলেই? তাই মোক একো নকলে কেলেই? কিন্তু তাইৰ কবলৈ আছেই বা কি? আকৌ ভাবিলোঁ, মই তাইক তেনেকৈ কোৱাটো অশুৱনী হল নে কি? কুঠৰীটোত তাই নেযাব বা কেলেই? কুঠৰীটো যে অকল মতা মানুহৰ কাৰণে হে তাৰ তো একো নিদৰ্শন নাই।

এবাৰ তাইৰে মোৰে চকুৱে চকুৱে পৰিল। তাইৰ দুচকুৰ পৰা জুইৰ ফিৰিঙটি ওলাইছে যেন লাগিল। মুখখনো তাইৰ বৰ গোমোঠা যেন দেখিলোঁ। মোৰ কথাষাৰত তাই যে ক্ষুণ্ণ হৈছে তাত আৰু সন্দেহ আছে নে? তাই মোক ভৰিৰ পৰা মূৰলৈ এবাৰ চাই ললে। মোৰ কেনেবা কেনেবা লাগিল। তাই মোলৈ তেনেকৈ চাইছে কেলেই? মোক তাই কিবা কৰ্কথনা কৰিব খুজিছে নে কি? হয়, তাই মোক কিবা এটা কয় হে লাগে। তাইৰ ওঁঠ দুটা কঁপি উঠিল। মই প্ৰমাদ গনিলোঁ।

"আপুনি কোনখিনি পাবগৈ ?"

তাই মোক তেনেহলে একো কুট-কাটৰ কৰা নাই। মই উত্তৰ কৰিলোঁ, "মই ৰংদৈ পামগৈ। তুমি ?"

মই কব খুজিছিলোঁ আপুনি, কিন্তু মোৰ মুখৰ পৰা তুমি ওলাই গল। ভাবিলোঁ, তুমি বোলাত নো কি জগৰ লাগিল ? আন নহলেও তাই তো মোতকৈ বয়সত বহুত সৰু।

"মই যাম মথুৰাপুৰলৈ।"

আগে-পিছে মই কেইবাবাৰো মথুৰাপুৰলৈ গৈছোঁ। তাৰ প্ৰায়বিলাক মানুহকে মই চিনি পাওঁ। সেইদেখি তাইক সুধিলোঁ, "কাৰ ওচৰলৈ ?"

"ষ্টেশনমাষ্টৰৰ ওচৰলৈ।"

"তেওঁ তোমাৰ কিবা হয় নে কি ?"

"একো নহয়।"

"চিনা-জনা মানুহ ?"

"চিনা-জনাও নহয়। তেওঁ নো কেনেকুৱা, ক'লা নে বগা, তাকো মই নেজানো।"

মোৰ শুনি ভাল নেলাগিল। গাভৰু ছোৱালী এজনী আহিছে অচিনাকি ষ্টেশনমাষ্টৰ এজনৰ ওচৰলৈ ! মই তাইক সুধিলোঁ, "চিনা-জনাও নহয় যদি আহিছাঁ নো কেলেই ?"

"তেওঁ মোক মাতি পঠাইছে।"

"তেনেহলে তেওঁ তোমাক চিনি পায় তুমি হে নোপোৱাঁ।"

ছোৱালীজনীয়ে মূৰ তুপিয়াই সেই কথা স্বীকাৰ কৰিলে। মোৰ মনলৈ তেতিয়া কি ভাব আহিছিল মনত নাই। অলপ পৰ টলকা মাৰি থাকি মই তাইক সুধিলোঁ, "তেওঁ নো তোমাক কেলেই মাতি পঠাইছে কব পাৰাঁ নে ?"

একো সঙ্কোচ নকৰি তাই কলে, "পাছোঁ, চাহাবক দিবলৈ।"



॥ ২ ॥

ৰেলৰ দুকাষে চাহ-গছবিলাক শোভা পাবলৈ ধৰিলে। যেনি চোৱা যায় মাথোন চাহ-গছকে হে দেখি। মাজে মাজে চাহাবৰ দুই-এটা পকী-ঘৰ বা চাং-বঙলা আৰু বাগিচাত কাম কৰা বনুৱা-বিলাকৰ লেলপেলীয়া জলহু পঁজা। মই ঘৰী চাই দেখিলোঁ এক বাজিবলৈ আৰু আঠ মিনিট বাকী।

ছোৱালীজনীয়ে মোক কলে যে ইয়াৰ আগতে তাই চাহাব এটালৈ গৈছিল। তিনি মাহমান হৈছে সি তাইক এৰি দিলে। তাৰ পিছত এতিয়ালৈকে তাই একো সুবিধা কৰি লব পৰা নাই।

মই তাইক সুধিলো, "তোমালোক যে চাহাবলৈ যোৱাঁ, সিহঁতে জানো তোমালোকক সঁচাকৈয়ে ভাল পায় ? তোমাক পাইছিল নে ?"

"পাইছিল হওঁতে। কিন্তু আচলতে বগাই কলাক ভাল পাব নোৱাৰে।"

"তেনেহলে তুমি চাহাবলৈ গলা কেলেই ?"

"নগৈ নো কৰিলোঁহেতেন কি ?"

"কেলেই ?"

ছোৱালীজনীয়ে মোক তাইৰ সকলো কথা বিবৰি কলে। তাই বামুণী ছোৱালী। দহ কি এঘাৰ বছৰ বয়সতে তাইৰ বিয়া হয়, কিন্তু গিৰীয়েকৰ লগত থাকিবলৈ নৌ পাওঁতেই তাইৰ গিৰীয়েক ঢুকায়। স্বামী নো কি বস্তু তাইৰ তেতিয়া একো ধাৰণাই নাই। লাহে লাহে তাই ডাঙৰ হৈ আহিল, পোন্ধৰ বছৰত ভৰি দিলেহি, অন্তৰত ফুলোঁ ফুলোঁ হৈ থকা ভাব-ভঙ্গিমাবিলাক এটি এটিকৈ নতুন নতুন ৰূপ ধৰি ফুলি জাতিস্কাৰ হৈ উঠিল। লক্ষ বাসনাই তাইৰ মন-প্ৰাণ অধিকাৰ কৰি তাইক অস্থিৰ কৰি তুলিলে। ভোমোৰাৰ গুণগুণনিত, বিজুলীৰ চক্‌মকনিত, মলয়াৰ সুৰসৰণিত তাই নতুন

সুৰ নতুন ভাবৰ সন্ধান পালে। এনেতে সেই গাৱঁলৈ আহি পোষ্টমাষ্টৰ এজন বদলি হৈ। তেৱেঁই তাইৰ কাল হল। স... পালেই পোষ্টমাষ্টৰ তাইৰ বাপেকৰ ওচৰলৈ অহাৰ চলেৰে আহিবলৈ ধৰিলে আৰু চাওঁতে চাওঁতে তাই পোষ্টমাষ্টৰৰ চিটিকাত লাগিল। ধিতিঙা পোষ্টমাষ্টৰৰ হাতত আজলী ছোৱালীজনী একেবাৰে বশ হল।

গোটেই গাৱেঁ সেই কথা জানিলে। পুখুৰী-পাৰত বোৱাৰী-জীয়াৰীহঁতে গা ধুবলৈ বা পানী আনিবলৈ গৈ তাৰে হে আলোচনা কৰিবলৈ ধৰিলে। ইজনীয়ে বোলে, "কি হল!" সিজনীয়ে বোলে, "গোৱে-পোৱে তল গল।" এইবিলাক কথা শুনাৰ পিছত ছোৱালী-জনীৰ গালৈ হুঁচ আহিল, কিন্তু উপায় নাই। একমাত্ৰ উপায় পোষ্টমাষ্টৰ। কিন্তু তেওঁ তেতিয়া পুলুকা মাৰিলে। ছুটী লৈ তেওঁ কৰবাৰ মানুহ কৰবালৈ গুচি গল। ইফালে তাই মানুহ আৰু সমাজৰ নিন্দা-গৰিহণা সহি সহি আৰু সহিব নোৱাৰি এদিন নগাটিং বাগিচাৰ ছোট চাহাবৰ মেম সোমালগৈ।

ছোৱালীজনীয়ে নিজে কিজানি ইমানখিনি কৰিব নোৱাৰিলে-হেতেন। নগাটিঙতে গুদাম-মহৰি কাম কৰিছিল সেই গাৱঁৰে ডেকা লৰা এটাই। সিয়েই তাইক নি ছোট চাহাবক দিলেগৈ।

॥ ৩ ॥

বপুৰী ছোৱালীজনীক ষ্টেছনমাষ্টৰে কোন চাহাবক নো দিবলৈ আনিছে মই তাকে হে ভাবিবলৈ ধৰিলোঁ। মথুৰাপুৰত চাহাব আছেই বা কেইটা? যি কেইটা আছে সিহঁতৰ ক'লাই বা বগা এজনী-আদজনী মেম আছেই দেখোন। কব নোৱাৰোঁ কোনোবা কৰবাত কেনেবাকৈ উকা হৈ আছে বা!

এবাৰ মোৰ ইচ্ছা হল ছোৱালীজনীক কৈ দিওঁ যে তাই অচিনাকি মানুহ এটাৰ কথাতে এনেকৈ আহি ভাল কাম কৰা নাই।